ৰাষ্ট্ৰীয় জীবনচৰিতমালা

# গুৰু নানক

ডঃ গোপাল সিং

অনুবাদক

অমূল্য ফুকন



নেশানেল বুক ট্ৰাস্ট, ইণ্ডিয়া

নিউ দিল্লী

আগষ্ট, ১৯৬৯ ( শ্ৰাবণ ১৮৯১ )
August, 1969 ( Sraban 1891 )



দুই টকা পঁচিশ পয়সা

GURU NANAK
*( Assamese )*

চেক্ৰেটৰী, নেশানেল বুক ট্ৰাস্ট, ইণ্ডিয়া, নিউ দিল্লী-১৩ হতুৱাই পাবলিচ কৰা হইছে আৰু নব মুদ্ৰণ প্ৰাইভেট লিমিটেড, কলিকতা-৪, আৰ পৰা ছপা হইছে।

উচ্চর্গা :

মৰম আৰু শ্ৰদ্ধাৰ চিন স্বৰূপে

দেৱতুল্য পুৰুষ

ডঃ এচ. ৰাধাকৃষ্ণনলৈ

# বাণী

গুৰু নানকৰ নিচিনা মহাপুৰুষ সকল জৰ্জ্জৰিত মানৱক তেওঁলোকৰ আত্মত্যাগ আৰু উদাহৰণৰ দ্বাৰা সঠিক পথ দেখুৱাবলৈ এই দুৰ্ব্বহ পৃথিৱীখনত আবিৰ্ভাৱ হয়। যেতিয়া ভাৰতবৰ্ষ এক ডাঙৰ সঙ্কটৰ সন্মুখীন হৈছিল তেতিয়া গুৰু নানকৰ বাণী আছিল মহান আদৰ্শস্বৰূপ। এইজনা মহান গুৰুৰ আত্মজীৱনীয়ে যুগ যুগ ধৰি মানৱ জাতিক উদ্ভাসিত কৰক আৰু পথ দেখুৱাওক—এয়েই আশা।

দলৈ লামা

ধৰমশালা
৩১ মাৰ্চ্চ, ১৯৬৬

# প্ৰস্তাবনা

অতীজৰ পৰাই এই দেশখনে সকলো বিষয়তে স্মৰণীয় ব্যক্তিৰ জন্ম দিছে। আমাৰ ইতিহাস এনে ব্যক্তিৰ নামেৰে পূৰ্ণ, যি সকল ব্যক্তিয়ে সাহিত্য, কলা, ৰাজনীতি, বিজ্ঞান, আৰু আন আন ক্ষেত্ৰত লেখত লবলগীয়া বৰঙনি যোগাইছে। কিছুমানৰ নাম ঘৰুৱা শব্দত পৰিণত হৈছে। আৰু এনে কিছুমান লোক আছে যিসকলৰ নাম জনাজাত, অথচ তেওঁলোকৰ জীৱনী আৰু কৰ্ম্মৰ বিষয়ে জনসাধাৰণে কিঞ্চিতহে জানে। আন কিছুমান আছে যিসকলৰ সফলতা স্মৰণযোগ্য, অথচ তেওঁলোকৰ ব্যক্তিত্বৰ পৰিচয় সামান্যহে।

ব্যাপক অৰ্থত এখন দেশৰ ইতিহাস হল সেই দেশেৰ মহান পুৰুষ আৰু নাৰীৰ ইতিহাস। তেওঁলোকে দেশ গঢ় আৰু সজাই আমাৰ দেশখনৰ তোলে। কেনেকৈ বিকাশ হৈছে তাক বুজিবলৈ এই ব্যক্তিসকলৰ বিষয়ে সাধাৰণ নাগৰিকে কিছু জনা আৱশ্যক। এনে মহান পুৰুষৰ জীবনী সৰল বৰ্ণনাৰে জাতীয় আত্মজীবনী মালাত সন্নিবিষ্ট কৰিবলৈ প্ৰস্তাৱ লোৱা হয়।

মধ্যযুগৰ এজন অসামান্য ব্যক্তি হ'ল নানক। ভাৰতীয় ইতিহাসৰ সামাজিক, ৰাজনৈতিক আৰু অধ্যাত্মিক সঙ্কটৰ সময়ত তেওঁৰ আবিৰ্ভাব। ভাৰতত মুছলমান ৰাজত্বৰ সুত্ৰপাত হয় কেইশতি কামানৰ আগতহে আৰু তেতিয়া বাবৰে মোগল বংশ প্ৰতিষ্ঠা কৰিছিলহে। এই এটা নতুন ধৰ্ম্মৰ আগমন আৰু তেওঁলোকৰ ৰাজনৈতিক জয়লাভে দেশখনত স্বাভাবিকতে এক আধ্যাত্মিক আৰু সামাজিক আলোড়ণৰ সৃষ্টি কৰিলে। এই আলোড়ণেই আধ্যাত্মিক প্ৰতিক্ৰিয়াৰ

সূচনা কৰিলে আৰু যাক কব পাৰি এক মানসিক অন্তৰ্দ্বন্দ্ব বুলি। মুছলমান সকলৰ লগত যি নতুন আধ্যাত্মিক ভাব আহিল সেই ভাবে পুৰনি ভাবাদৰ্শৰ প্ৰত্যাহ্বান ৰূপে থিয় হ'ল আৰু ইয়াক সহাৰি জনাবলৈ নতুন পথ উলিওৱাৰ যি প্ৰচেষ্টা চলিল সিও সেই প্ৰতিক্ৰিয়াৰেই অন্তৰ্গত।

সেই প্ৰত্যাহ্বানৰ প্ৰত্যুত্তৰ দিবলৈ বহুতো সহাৰি আছিল। তাৰ ভিতৰত নানকে যি সহাৰি জনালে সিয়েই সম্ভৱতঃ গহীন বিধৰ। বিশেষকৈ বাস্তৱ দৃষ্টিভঙ্গীৰ ফালৰ পৰা ইয়াৰ মূল্য ওপৰত। কাৰণ এই সহাৰিয়ে নতুন ভাবৰ সঞ্চাৰ কৰিলে আৰু অৱশেষত ভাৰতত শাসন কৰা মোগল সকলৰ কাৰণে কাৰ্য্যতঃ ই এক প্ৰত্যাহ্বান হল। দৰাচলতে, ই হল দটা নতুন ধৰ্ম্ম প্ৰচাৰৰ এটা—যি ৰাজনীতিৰ ক্ষেত্ৰত কাৰ্য্যকৰী ৰূপে ললে। আনটো হল, দক্ষিণ ভাৰতৰ ৰামদাস স্বামীয়ে নেতৃত্বে কৰা মাৰাঠা সকলৰ জাগৰণ।

১৪৬৯ চনত পঞ্জাবৰ তানৱান্দি ( এতিয়া তেওঁৰ নামেৰে নানকানা চাহেব নামে জনাজাত ) নামৰ ঠাইত নানকৰ জন্ম হয়। তেওঁৰ দেউতাকে আছিল গাঁৱৰ নথিপত্ৰ ৰাখোতা, নাম মেহতা কালু আৰু মাকৰ নাম ত্ৰিপতান। দুয়ো নৈষ্ঠিক হিন্দু। নানকৰ জন্ম বহাগ মাহৰ মাজ ভাগত হলেও কিবা কাৰণত তেওঁৰ জন্ম দিন কাতি মাহৰ পূৰ্ণিমাৰ দিনাহে পালন কৰা হয়। তেওঁৰ কোনো কিতাপতেই পঞ্জাবৰ নাম উল্লেখ কৰা নাই যদিও পঞ্জাবেই তেওঁৰ জন্মস্থান। উত্তৰ ভাৰতৰ কথিত ভাষাতেই তেওঁ লিখে। ধৰ্ম্মপ্ৰচাৰো ইয়াৰ যোগেদিয়েই কৰে। উত্তৰ ভাৰতৰ সকলোৱেই বুজে আৰু ইয়াক সাধু ভাষা বুলি জনা যায়। তেওঁ কেৱল ভাৰতৰ ভিতৰতেই ভ্ৰমণ কৰা নাই, বাহিৰতো ভ্ৰমণ কৰে। মানৱ জাতিৰ প্ৰেম আৰু একতাৰ বাণী হিন্দু-মুছলমান বা আন ধৰ্ম্মাৱলম্বী যিয়েই নহওক

প্রস্তাবনা

সকলোৰে মাজত প্ৰচাৰ কৰাই এই ভ্ৰমণৰ উদ্দেশ্য। তেওঁ অস্পৃষ্যতা বা জাত বিশ্বাস নকৰে। তেওঁৰ কাৰণে ভগবান মাথো এজন আৰু মানুহো একেই। এই ক্ষেত্ৰত তেওঁ আন মহাপুৰুষৰ (মহাৰাষ্ট্ৰৰ ৰমদাসৰ বাহিৰে) পৰাবেলেগ। সংসাৰিক ধৰ্ম্ম আৰু কৰ্ম ত্যাগ কৰিলেহে ভগবানৰ পাব পাৰি এই কথা তেওঁ নকয়। তাৰ সলনি তেওঁ ভগবানক পাবৰ কাৰণে সকলোৰে অংশ গ্ৰহণ আৰু কাম কৰিবলৈ কয়। তেওঁৰ এই সাৰ কথাই হল বীজ স্বৰূপ, যি বীজক ভেটি কৰি বৰ্ত্তমানৰ শিখ ধৰ্ম্ম গঢ়ি উঠিছে। শিখসকলৰ গুৰু হলেও লক্ষ লক্ষ হিন্দু আৰু আন ধৰ্ম্মাৱলম্বী মানুহে নানকক ভাল পায়, বিশ্বাস কৰে অ'ৰু পূজা কৰে। নানক পন্থীৰ লোক শ হেজাৰ হিচাবে আছে।

ডঃ গোপাল সিঙে দক্ষতাৰে গুৰু গোবিন্দ সিঙৰ জীৱনী লিখিছে। এইখন পুথিত তেওঁ সৰল আৰু সুন্দৰ ভাষাৰে পৰৱৰ্ত্তী গুৰুসকলৰ অনুপ্ৰাণিত ব্যক্তি গুৰু নানকৰ জীৱনী আৰু বাণী বৰ্ণনা কৰিছে। ডঃ গোপাল সিঙে ঠিকেই কৈছে, গুৰু নানকক তেওঁৰ শিষ্যসকলে অসাধ্য কাৰ্য্যাৱলীৰ গুণানুকীৰ্ত্তন কৰিলেও, তেওঁ নিজে সদায় কয় যে তেওঁ মাথো এটাহে অসাধ্য সাধন কৰিব পাৰে আৰু সেয়া হৈছে কেনেকৈ নিজকে জয় কৰিব পাৰি আৰু কেনেকৈ নিজৰ লক্ষ্যত উপনীত হব পাৰি তাৰ বিষয়ে মানুহক শিকোৱা। তেওঁৰ কাৰণে আচৰিত কামৰ অৰ্থ হল সজাগ আত্মাপূৰ্ণ জীৱন আৰু যি এনে জীৱনৰ অধিকাৰী হব পাৰে তেৰেই ঈশ্বৰৰ মানুহ।

বি. ভি. কেশকৰ

# ১

তাত হিন্দুও নাই, মুছলমানো নাই : কেৱল আছে মানুহ।

—গুৰু নানক

যেতিয়া নানকৰ জন্ম হয়, তেওঁক পৰিচৰ্য্যা কৰা দৌলতান নামৰ মুছলমান ধাইগৰাকীয়ে ওচৰচুবুৰীয়াৰ আগত নানকে উপজিয়েই ডাঙৰ মানুহৰ দৰে হাঁহিছিল বুলি হেনো কয়। নৈষ্ঠিক উপাসকসকলে কয় যে নানকৰ আৱিৰ্ভাৱৰ লগে লগে সৰগৰ পৰা ঐশ্বৰিক সংগীতৰ সুৰ সমজুৱাৰ গুণী-জ্ঞানী লোকসকলে শুনিছিল। পৰিয়ালৰ জ্যোতিষী হৰদয়ালে শিশুটিক চাই হাত জোৰ কৰি প্ৰণাম জনায় আৰু ঘোষণা কৰে যে লৰাটিয়ে এক ৰাজকীয় চন্দ্ৰতাপৰ তলত বহিব, হিন্দু-মুছলমান সকলোৱেই পূজা কৰিব আৰু আনকি প্ৰকৃতিৰ অদৃশ্যমান বস্তুৱেও তেওঁৰ নাম শ্ৰদ্ধাৰে সোঁৱৰিব।

অতি কম বয়সতেই নানকক নিজ ভাষাৰ বৰ্ণমালা শিকিবলৈ আৰু প্ৰাথমিক জ্ঞানৰ কিতাপ পঢ়িবলৈ প্ৰথমে এজন হিন্দু শিক্ষকৰ তলত পঢ়াশালীত দিয়া হয়। পিচত এজন মুছলমান শিক্ষকৰ তলত আৰবী আৰু পাৰ্চি শিকিবলৈ দিয়া হয়। কিন্তু নানকে বেছি দিন পঢ়াশালীত থাকিবলৈ ইচ্ছা নকৰিলে। তাৰ সলনি ওচৰৰ হাবিতহে ঘূৰি ফুৰিলে। এই হাবিত জ্ঞানী আৰু ধাৰ্ম্মিক লোক বাস কৰে। তেওঁ এই গুণী-জ্ঞানী লোকসকলৰ পৰা বিভিন্ন ধৰ্ম্মৰ মূল সত্যতা বুজি উঠিল। নিজৰ আজৰি সময়ৰ বহুখিনি তেওঁ নিৰাকাৰ ভগবানৰ ধ্যানত মগ্ন হয়। নানকৰ এইবোৰ কাৰ্য্যকলাপে তেওঁৰ দেউতাকৰ মনত সংশয় উপজালে, কাৰণ দেউতাকে বিচাৰিছিল নানক

কৰ্ত্তব্যপৰায়ণ হৈ উঠক আৰু তাৰ জৰিয়তে ডাঙৰ মানুহ হওক।

তেওঁৰ ল'ৰাকালৰ বিষয়ে বহুতো গল্প আছে, যিবোৰ ভক্তসকলৰ মুখে মুখে। যেতিয়া তেওঁক হিন্দু শিক্ষকে বৰ্ণমালা শিকিবলৈ কৈছিল তেওঁ হেনো এটা অ-ফলা, ক-ফলাৰ পদ্য লিখিছিল যাৰ শাৰীবিলাকৰ আগৰ বা পাচৰ আখৰকেইটা জোটালে এটা নাম হয় আৰু প্ৰতিটো আখৰৰেই গভীৰ অৰ্থ আছিল। তেওঁ কয় এই আখৰবোৰ হ'ল এটা এটা প্ৰতীক যাৰ দ্বাৰা ভগবানৰ সমভাব বা আচৰিত সৃষ্টিখন অথবা তেওঁক কেনেকৈ লাভ কৰিব পাৰি তাৰ আৱশ্যকতাক বুজায়। অন্যলোকে কয় যে এনে কবিতা নানকে পিচৰ অৱস্থাতহে লিখিছিল কাৰণ, লিখলিপিত যি এটা কবিতা অন্তৰ্ভূক্ত হৈছে সেযা পৰিপক্ক আৰু জ্ঞানী মনৰ। শিল্পীসুলভ সৌন্দৰ্য্য কবিতাটোত আছে। কিন্তু বয়সৰ লগে লগে সেই পৰিপক্কতা আহিল জানো?

সি যি কি নহওক নানক বেছিদিন পঢ়াশালীত নেথাকিল। পুতেক যে পণ্ডিত হব পাৰিবগৈ সেই সম্পৰ্কে বাপেক সন্দিহান হোৱাত নানকক গৰু চৰাবলৈ দিলে। ইয়াতো তেওঁ দেউতাকক হতাশ কৰা যেন লাগিল। কিয়নো এদিন তেওঁ গৰু চৰাবলৈ যাওঁতে এজোপা বৰ গছৰ তলত বহি ঈশ্বৰ চিন্তাত মগ্ন হল। ইফালে গৰু গৈ আনৰ পথাৰত চৰিলগৈ। তাৰ খেতিয়কজন মৰ্ম্মাহত হৈ এই বিষয়ে নানকৰ দেউতাকক জনালে। দেউতাক খঙত জ্বলি উঠিল, কিন্তু ৰাজপুত মুছলমান গাওঁবুঢ়া ৰায় বুলাৰে গৰুৱে যিমান খাই নষ্ট কৰিলে তাৰ ক্ষতিপূৰণ দিম বোলাত দেউতাকৰ খঙ মাৰ গল। এনেকুৱাই হ'ল কম বয়সীয়া নানকে ওচৰ চুবুৰীয়াৰ পৰা পোৱা ভক্তি নানকে এদিন ঘাঁহনি পথাৰত শুই থাকোতে এটা ফেটী

গোম সাপে তাৰ ফণা মেলি তেওঁক উত্‌কট ৰ'দৰ পৰা হোনো ৰক্ষা কৰিছিল। বিশ্বাসীসকলৰ কাৰণে এয়া সৰগীয় শোভাম চিন, কিন্তু দেউতাকৰ কাৰণে পুতেকৰ কৰ্ত্তব্য আৰু জীৱনৰ প্ৰতি অসাবধানতা হেতু ই এক বাতুলতা মাথোন। গাঁৱৰ জ্যোতিষীয়ে নানকৰ উপনয়নৰ দিনটো আহিল। ওচৰৰ আৰু দূৰণিবটীয়া মিটিৰ-কুতুম্ব আহি গোট খালে আৰু প্ৰচলিত নিয়ম মতে দেউতাকে সেই দিনটোৰ কাৰণে এটা ডাঙৰ ভোজৰ আয়োজন কৰিলে। কিন্তু নানকক যেতিয়া লগুণ পিন্ধিবলৈ কোৱা হল, তেওঁ পিন্ধিবলৈ অমান্তি হোৱাত সকলোৱেই হতভম্ব হ'ল। বয়োজেষ্ঠসকলে ধমকী দিয়াত তেওঁ কলে, "যিডাল লগুণ পচিব তেনে লগুণ মই নিপিন্ধো। তেনে সুতা ছিগিব পাৰে, জলি যাব পাৰে আৰু তেনে সুতাৰ অস্তিত্ব দৈহিক অৱস্থাতকৈ বেছি নহয়।" যেতিয়া তেওঁক সোধা হ'ল কেনে ধৰণৰ লগুণ তেওঁ পিন্ধিবলৈ ইচ্ছা কৰে—যিডালৰ সুতা পচি নেযায় কিম্বা নোপোৰে আৰু যিডালৰ সমন্ধ ইহকাল পৰকাল থাকিব। তেতিয়া তেওঁ কলে: "দয়া যদি কপাহ হয়, পৰিতোষ হয় সুতা, সাধুতা হয় গাঠি আৰু সত্যতা হয় পাক তেনেহলে এইডালেই আত্মাৰ কাৰণে আদৰ্শ লগুণ হব। এইডাল লগুণ নিছিগেও, নষ্টও নহয়, কিম্বা নপচেও, নেহেৰায়ো। যিজনে এনে লগুণ ডিঙিত পিন্ধিব তেওঁ ঈশ্বৰৰ আশীৰ্ব্বাদ লাভ কৰিব।"

এনে নিৰ্ব্বিকাৰ কথা বাপেকে কাচিত্‌হে সহ্য কৰিব পাৰে। কোমলমতী পুতেকৰ কাৰ্য্য তেওঁৰ কাৰণে উপহাস আৰু লজ্জাজনক হল। সেয়ে চৈদ্ধ বছৰ বয়সত গুৰুদাসপুৰ জিলাৰ কাটালাৰ নিবাসী মূলাৰ জীয়েক সুলাখানিৰ লগত বিয়া পাতি দিয়ে। তাৰ পিচত বাপেকে ভাবিলে ভাৰতৰ আন বাপেকবোৰৰ দৰেই নানকো এবাহ ল'ৰা-ছোৱালীৰ

বাপেক হব আৰু ফলত বাস্তৱলৈ এনেদৰে ঘূৰি আহিব যে সাংসাৰিক হৈ বাস কৰাৰ বাহিৰে তেওঁৰ অন্য গত্যন্তৰ নাথাকিব। নিজৰ কাৰণে নহলেও তেওঁৰ পত্নী আৰু লৰাছোৱালীৰ কাৰণেই অন্ততঃ এই কাম কৰিব লাগিব।

কিন্তু ইও সহায় নকৰিলে। তেওঁৰ পত্নীয়ে দুটা সন্তান জন্ম দিলে। এটাৰ নাম হ'ল শ্ৰীচান্দ আৰু আনটোৰ নাম লক্ষ্মী দাস। এই দুটা সন্তান জন্মৰ পিচতো নানকৰ আত্মা শাঁত নপৰিল। সেয়ে বাপেকে তেওঁক এখন দোকান দিবলৈ কলে আৰু ওচৰৰ বজাৰৰ পৰা বস্তু-বাহানি কিনিবলৈ অলপ টকাও দিলে। কিন্তু নানকে চুহাৰকানা বজাৰলৈ ঘোঁৰাত উঠি যাওঁতে বাটতে কিছুমান ধাৰ্ম্মিক মানুহ লগ পালে। তেওঁলোকে কেবাদিনো নোখোৱাকৈ আছিল। নানকে তেওঁলোকৰ পৰা সেই কথা জানিব পাৰি তেওঁৰ হাতত থকা গোটেইখিনি টকা তেওঁলোকক খোৱা বস্তু কিনিবলৈ দি দিলে আৰু নিজে সুদা হাতেৰে গাঁৱলৈ উভতি আহিল। কিন্তু বাপেকলৈ ভয় কৰি গাঁৱৰ উপকণ্ঠতে থাকিল। পিচত একো বস্তু ননাকৈ উভতি অহাৰ কথা বাপেকে জানিব পাৰি নানকে টকাখিনিৰে কি কৰিলে সুধিলে। নানকে নম্ৰভাবে উত্তৰ দিলে, "দেউতা, আপুনি মোক এটা লাভজনক কাৰবাৰত হাত দিবলৈ কৈছিল। পিচে ভোকাতুৰ ভক্ত সকলক খুওৱাতকৈ এই পৃথিৱীত আৰু পৰকালত মোৰ বা আপোনাৰ কাৰণে অধিক লাভজনক কি হব পাৰে।" এনে অসংগত আৰু কেনেবাধৰনৰ কথাত হেনো বাপেকে নানকক ঢকিয়ালে।

নানকক এখন পাম খুলিবলৈ কওঁতেও অমান্তি হল। কাৰণ তেওঁ অন্য ধৰনৰ এখন পামত খেতি কৰে। সেইখন পামনো কেনেকুৱা সোধাত তেওঁ কলে :

"মনটোৱেই হ'ল খেতিয়ক, ভাল কামবোৰ হ'ল খেতি,

নম্রতা হ'ল ইয়াৰ পানী, দেহা হ'ল পাম, ভগবানৰ নাম হ'ল শস্য, পূৰ্ণতা হ'ল মৈ, দৰিদ্ৰতা হ'ল জেওৰা। প্ৰেম ভাবেৰে যিসকলে এনে কামত অৱতীৰ্ণ হব ইয়াৰ শস্যই পোখা মেলিব আৰু সময়ত তেওঁলোকৰ ভৰাল ভৰিব। যদিও সমগ্ৰ পৃথিৱীকেই ধন ঐশ্চৰ্য্যই মোহান্ধ কৰিছে আমি যেতিয়া ইয়াৰ পৰা বিদায় লম, ধন ঐশ্চৰ্য্য আমাৰ লগত নেযায়। কিন্তু এই সত্য উপলব্ধি কৰা লোক কমেই আছে।" নানকে আকৌ কলে: "দেউতা মই মোৰ পামত এনেদৰে উৎপন্ন কৰিম যেই কেৱল মোৰ আৰু পৰিয়ালৰ বাবেই নহয় সমগ্ৰ পৃথিৱীৰ বাবেই হব। মোৰ হাতৰ উৎপন্ন বস্তু খাই ভোক গুচিব। মই প্ৰত্যেকৰেই জমা খৰচৰ হিচাব মীমাংসা কৰিম— তেহেলৈ এই জনমেই হওক বা ইহ জনমেই হওক। যাৰ কাৰণে এই মাটি চহাইছো আৰু যাৰ মই ৰায়ত, তেওঁ হল ভগবান। তেৱেঁই মোক অনাবৃষ্টি আৰু বানপানীৰ পৰা ৰক্ষা কৰে। যেতিয়াই মই তেওঁক কিবা খোজো তেওঁ মোক ইমানেই দিয়ে যে শেষত মই কবলৈ বাধ্য হওঁ; আৰু মোক নালাগে, এয়েই যথেষ্ট।"

বাপেক কালু নানকৰ কথাত আচৰিত হ'ল আৰু কলে, "তুমি যেনেদৰে ভগবানৰ কথা কৈছা তেনেদৰে মই তেওঁক দেখা নাই। সমাজত তোমাৰ কথা বলীয়া আৰু বনৰীয়া হোৱা বুলি গুলাইছে। সেই কাৰণে তোমাৰ ককা, আজুককাৰ পথ অনুসৰণ কৰা। কাম নকৰাকৈ বাৰু কোন্ জীয়াই আছে! আমি তোমাৰ পিতা—মাতা, আমাৰ ভাল নামৰ কাৰণে আমাৰ হাক-বচন শুনা যাতে আমি আনৰ আগত লাজত নপৰো।"

তেতিয়া নানকে কলে, "দেউতা, যিয়েই মোৰ ভগৱানক দেখিছে তেঁৱেই ভগবানক প্ৰশংসা কৰিছে আৰু ভগবানতেই

লীন হৈছে।” নানকৰ কথাত বাপেক হতাশ হল আৰু ভগবানৰ বিষয়ে নানকক বিতংকৈ জানিবলৈ কলে যাতে নানক আৰু অন্য লোকে ভগবানক ভালদৰে বুজিব পাৰে, আৰু নিজক আৰু নিজৰ পৰিয়ালক অৱজ্ঞা কৰি কথা নকয়। কিন্তু এক মূহুৰ্ত্তও সঙ্কোচ নকৰি নানকে উত্তৰ দিলে ঃ

“প্ৰত্যেকেই ভগবান মহান বুলি শুনিছে আৰু তেওঁক তেনে বুলিয়েই কয়; যি ভগবানক দেখিছে তেৱেঁইহে ভগবানৰ মহানতাৰ কথা জানে। ভগবানৰ মহানতাক জুখিব নোৱাৰি। কিয়নো যিয়েই ভগবানক ভাল পায় তেৱেঁই ভগবানত লীন হয়। ভগবানৰ লগত তুলনা কৰিব পৰা কোনোবা থকা হলে তুলনা নিশ্চয় কৰিলোহেতেন। সেই দেখি যি ভগবানক জানে তেওঁ কয়, হে প্ৰভু, তোমাৰ বিনে কোনো নাই।”

অৱশেষত নানকৰ মাক আহিল। মাকে তেওঁক আথে-বেথে মৰম কৰিলে আৰু কান্দি কান্দি বাপেকৰ উপদেশ মানিবলৈ অনুনয় কৰিলে। “তুমি নিজেই নিজত ইমান ডুব গৈছা যে মানুহে ভাবে তুমি জ্ঞান হেৰুৱাইছা। আমাক কোৱাৰ দৰে তোমাৰ কথাও বেয়াকৈ কয়।” এই কথা শুনি নানকে সজল চকুৰে মাকক সেৱা জনাই কলে, “আই, পৃথিৱী-খনত জুই লাগিছে, এইখন পৃথিৱী ৰক্ষা কৰিবলৈ দূৰ দেশৰ পৰা আহ্বান আহিছে। আমাৰ প্ৰত্যেকেই পুৰি ছাই হোৱাটো আপুনি বিচাৰেনেকি, নে বিচাৰে আমাৰ সকলোৱেই সৰ্ব্বগ্ৰাসী শিখাৰ পৰা ৰক্ষা পৰাটো।”

তাৰ পিচত সকলোৱেই প্ৰত্যয় গল যে নানকক আৰু শুধৰাব নোৱাৰি। পৰিয়ালৰ বয়োজেষ্ঠ সকলে আলোচনা কৰি ঠিক কৰিলে যে নানকক পৰীক্ষা কৰিবলৈ এজন বৈদ্য মাতিব লাগিব। কথামতে কালুৱে গাঁৱৰ বৈদ্যক লগে লগে মাতি

আনিলে। বৈদ্যই নানকৰ নাড়ী চালে, কিন্তু নানকে হাঁহি হাঁহি কলে :

"হে বৈদ্য, মোৰ নাড়ী চাব নেলাগে, ৰোগ মোৰ শৰীৰত নাই, মোৰ আত্মাতহে আছে। মোৰ তত্বাৱধান লব নেলাগে। আপোনাৰ নিজৰহে লওক। মই নিজেই নিজত নাই কাৰণে আপোনাৰ চিকিৎসা অসাৰ্থক হব। মই ভগবানক ভাল পাবলৈ শিকিলো, সেযা তেওঁৰ পৰা লাভ কৰা আশীৰ্ব্বাদ আৰু সেযাই হ'ল ৰোগ। আৰু ইয়াৰ পৰা মোক কেনেকৈ উদ্ধাৰ কৰিব লাগে তাক ভগবানে জানে।"

বৈদ্য এই কথাত অবাক হল আৰু তেওঁৰ আত্মাৰ ৰোগ কেনে ধৰনৰ নানকক সুধিলে। নানকে গাম্ভীৰ্য্যপূৰ্ণ ভাবে কলে :

"মোৰ এটা ৰোগ হ'ল মই মোত নাই,
আনটো হল মই যি হোৱা উচিত সেইটো হবলৈ
বিচাৰিছো, আৰু
তৃতীয হ'ল মই সৰ্ব্বশক্তিমান মৃত্যুদূতৰ দৃষ্টিত
আছো। আৰু
চতুৰ্থ হ'ল নিজক লৈ মই ব্যস্ত থাকিব নোৱাৰো।

হে মানৱ, তোমালোকৰ ৰোগ দেহাত নাই, আত্মাতহে আছে। আত্মা পবিত্ৰ আৰু সম্পূৰ্ণ হলে দেহাও নিৰোগী আৰু পূৰ্ণতৰ হব।"

মানুহৰ ৰোগ কি কাৰণে হয় সোধাত তেওঁ কলে, "ইয়াৰ কাৰন বিলাস। বিলাসেই হল আত্মাৰ বেমাৰৰ কাৰণ। তেনে ভাবে জীৱন-যাপন কৰিব চেষ্টা কৰিলেই দুখ-কষ্টই আগুৰি ধৰে।"

বৈদ্যই ওলগ জনাই কলে: "হে মহাপুৰুষ, আপোনাৰ আৰোগ্যৰ পথ আপোনাতেই আছে।" এইবাৰ বাপেক মাকে শেষবাৰৰ কাৰণে চেষ্টা কৰিলে। "যি তোমাক জন্ম দিছে তেওঁলোকৰো তোমাৰ ওপৰত দাবী আছে; তেওঁলোকৰ ইচ্ছাধীন নহবা নেকি? তোমাক যি লালন-পালন কৰিলে তেওঁলোকেৰ প্ৰতি মৰম-চেনেহ নাই নেকি?" ইয়াৰ উত্তৰত নানকে কলে:

"মোৰ পিতা কোন, মোৰ মাতৃ কোন, আৰু ক'ৰ পৰা মই আহিলো, নেজানো;

অগ্নি আৰু জলবিন্দু সংমিশ্ৰিত হৈ মই উদ্ভৱ হলো কিয়?... মোৰ অন্তৰাত্মা কিবা এটাই বেদনাসিক্ত কৰিছে? মোৰ আত্মাত যেন জুইহে জ্বলিছে।

আৰু মোৰ অনুভৱ হৈছে ভগবানৰ ইচ্ছানুযায়ী নিজকে নিবেদন কৰিব পৰাটোৱেহে মোৰ শান্তি দিব।" (গৌৰী)

বাপেক, মাক আৰু সমাজৰ জ্ঞানী লোকসকলে ভাবিলে নানকে ঠাই সলালে পৰিবেশ বদলি হব আৰু সেয়ে চুলতানপুৰলৈ (এতিয়াই কাপোৰথালা জিলাত) যোৱা উচিত। তাত তেওঁৰ বায়েক নানকী আছে। মুছলমান নবাব দৌলত খাঁৰ ভাণ্ডাৰ ৰখোঁতা জয়ৰামলৈ বায়েকক বিয়া দিছে। নানকৰ পত্নী এই কথাত খুব বেজাৰ পালে আৰু কলে, "মোকো লগত লৈ যাওক। দূৰলৈ গলে কোনে জানে মোলৈ আপোনাৰ মনত পৰিবনে নপৰে। ইয়াতে দেখোন আপুনি মোৰ বিষয়ে সামান্যহে ভাবে। আঁতৰলৈ গলেতো আপোনৰ মনৰ পৰা মই একেবাৰেই মচ খাই যাম।" পত্নীৰ কথাত নানকে হাঁহিলে আৰু কলে, "তেওঁলোকে কোৱাৰ দৰে যদি কিছু অৰ্জন কৰিব পাৰো আৰু থিতাপি লওঁ তেনেহলে

মই তোমাক মাতিম। অন্যথা মই অহালৈকে তুমি ইয়াতেই থাকা। ঈশ্বৰে ৰক্ষা কৰিব। মাথো তেওঁক মনত ৰাখিবা।” তাৰ পিচত পত্নীয়ে দুয়োটা ল'ৰাকেই তেওঁৰ ওচৰলৈ লৈ আনিলে। নানকে দুয়োটা পুত্ৰকে বুকুৰ মাজলৈ নি আশীৰ্ব্বাদ দিলে। নিজেও মাক বাপেকৰ ভৰিত সেৱা কৰি তেওঁলোকৰ পৰা বিদায় ললে। মাক-বাপেক সুখী হ'ল। ঘৈণীয়েকৰ অন্তৰ গধুৰ হ'ল যদিও ভাল পালে, অন্ততঃ নানকে সংসাৰৰ নিয়ম মানিবলৈ সন্মত হৈছে।

নানক যেতিয়া চুলতানপুৰ পালেগৈ, ভিনীহিয়েকে তেওঁক নবাবৰ ওচৰলৈ লৈ গল। তেওঁৰ সুন্দৰ, অমায়িক আৰু উজ্জ্বল চেহেৰাত নবাব মুগ্ধ হল। “মোৰ সকলো বস্তু-বাহানি এৱেঁই ভালদৰে ৰাখিব।” এইবুলি কৈ নবাবে তেওঁক এটা বিভাগৰ দায়িত্ব দিলে যি বিভাগে নবাবৰ চাকৰ-নাকৰক খোৱা-বস্তু দিয়ে। নানকে কামত ভালদৰে খাটিলে আৰু সেয়ে কাম নিয়াৰিকৈ চলিল। কিন্তু ভাণ্ডৰত তেওঁক লগ কৰিবলৈ, অহা ধাৰ্ম্মিক লোককো ভালেমান খোৱা বস্তু দিবলৈ ধৰিলে। ফলত এটা খবৰ ততালিকে বিয়পি পৰিল যে নানকে কিছুমান বাহিৰা মানুহক খোৱা বস্তু দি ৰাজ ভাণ্ডাৰ উদং কৰিছে। তেওঁৰ বিৰুদ্ধে আৰু শুনা গল যে কামৰ পিচত তেওঁ কিবা কিবি গুণগুণাই বহি থাকে। আনকি কাম কৰি থাকোতে যেতিয়া তেৰ সংখ্যাটো ( হিন্দুস্থানিত ‘তেৰা’ মানে তুমি ) পায আৰু যেতিয়া বস্তু জুখি থাকে তেওঁ ‘তেৰা মে তেৰা’ ( তোমাৰেই, হে ভগবান মই তোমাৰেই ) বুলি হেজাৰ বাৰ এই শব্দটো দোহাৰে।

এই আচহুৱা মানুহটোক কি কৰিব নবাবে সেই বিষয়ে

ভাবি থাকোতে খবৰ আহিল যে নানক নোহোৱা হ'ল। ওচৰৰ ওৱেইন জানত গা ধুবলৈ গৈ নানক হেনো উভটি না হিল। তিনিদিন খাল এটাত থাকিল। মানুহে ভাবিলে তেওঁ পানীত ডুবি মৰিল। পিচে পুনৰ তেওঁ ওলাল। নানকৰ পুৰণি আত্ম জীৱনীত আছে যে গাঁতত থাকোতে তেওঁ ভগবানৰ ৰূপ দেখিছিল। ভগবানে তেওঁক আশীৰ্ব্বাদ কৰি কলে, "হে নানক মই সদায়েই তোমাৰ লগত আছো। তোমাক আশীৰ্ব্বাদ দিছো। যিজনক তুমি আশীৰ্ব্বাদ দিবা মোৰও আশীৰ্ব্বাদ তেওঁ পাব। ময়েই তোমালোকৰ প্ৰকৃত ঈশ্বৰ, তোমাৰ নামো গুৰু ভগবান হওক।" নানকে হেনো ভগবানৰ ভৰিত পৰি সেৱা কৰিলে আৰু ভগবানে তেওঁক এটা পোচাক দিলে। গাঁতৰ পৰা ওলাই মাত্ৰ এখন সিংহ ছাল গাত মেৰিয়াই নগৰলৈ আহি কলে, "মই ইয়াত হিন্দু, মুছলমান কা কোৱেই দেখা নাই। দেখিছো কেবল মানুহ।"

জাতিভেদৰ সংগ্ৰাম চলি থকা সেই এলাহ্ধুকলীয়া দিনবোৰত এই আচহুৱা উচ্চাৰণে কাজীক আতঙ্কিত আৰু চিন্তান্বিত কৰি তুলিলে। নবাবে যদিও কলে, "নানকক এজন অৱতাৰীপুৰুষ যেন লাগিছে, তেওঁৰ জীৱন ধাৰাত আমি আমনি কৰা উচিত নহয়, তথাপি কাজী নিশ্চয়তাত উপনীত হব নোৱাৰিলে। তেওঁ কলে যে নানকৰ ধৰ্ম্মপ্ৰচাৰে দেশত বহুত সন্দেহৰ সৃষ্টি কৰিব। সেই কাৰণে নানকক নবাবৰ ওচৰলৈ মতাই আনিলে। কাজীয়ে কলে, "নানক, মানুহে কয়, তুমি বলীয়া হৈছা, আৰু তোমাৰ আগতে কোনেও এনে কথা কোৱা না ছিল। তুমি এই বিষয়ে কি কোৱা?" তেতিয়া নানকে এটা স্তুতি গাবলৈ ধৰিলে। তেওঁৰ স্তুতিৰ লগে লগে ঢোল বজালে

মৰ্দ্দন নামৰ নিম্ন জাতৰ মুছলমান চুলীয়াজনে। তেওঁ অলপতেহে নানকৰ দলত যোগ দিছে।

নানকৰ স্তুতি হ'ল :

"কোনোৱে কয় মই উন্মাদ, কোনোৱে কয় মই পথভ্ৰষ্ট :
আৰু কোনোৱে কয় মই এটা সাধাৰণ মানুহ, দৰিদ্ৰ আৰু হীন।
হে মানৱ, মই মোৰ ভগবানৰ কাৰণে বাউল,
তেওঁত বাদে মই আনক নেজানো, অন্য এজন আছে বুলিও মই নেভাবো।
যি ঈশ্বৰ ভক্তিত গদ্‌গদ্ তেওঁৱেই ভগবানভীতিত মগ্ন,
আৰু নিজৰ স্ৰষ্টাৰ বাহিৰে আনক নাজানে :
আৰু যিজনে নিজেই তেওঁৰ কৰ্ত্তাৰ কামৰ দায়িত্ব লয়,
কৰ্ত্তাৰ অনুশাসন গ্ৰহণ কৰে আৰু কৰ্ত্তাৰ ভাক্তত আস্থা ৰাখে,
সেইজনে সঁচাকৈয়ে ঈশ্বৰৰ বাহিৰে আন কাকোৱেই ভাল নেপায়,
আৰু তেওঁ নিজক অসৎ বুলি ভবাৰ বাহিৰেও আন সকলোকে সৎ আৰু পবিত্ৰ বুলি ভাবে।"

তেতিয়া কাজীয়ে সুধিলে, "তেনেহলে কিয় তুমি মোৰ ধৰ্ম্মক অনাদৰ কৰিছা ?"

এই কথাত নানকে পোণপটীয়াভাৱে উত্তৰ দিলে :

"নিজকে মুছলমান বুলি কবলৈ সহজ, কিন্তু প্ৰকৃত এজন হবলৈ টান।"

মুছলমান সমন্ধে ধাৰণা কি বুলি সোধাত তেওঁ কলে :

"যাৰ দয়াই হয় মছজিদ, আৰু ধৰ্ম্ম হয় নামাজৰ কাপোৰ আৰু সৰল জীবন-যাপন হয় কোৰান ; আৰু নম্ৰতা হয় চুন্নদ-কৰণ, সংযম হয় ৰোজা, তেতিয়াহে তেনে জনক মুছলমান

বুলিব পাৰি। ধাৰ্ম্মিক কৰ্ম্মই যদি কাবাৰলৈ তীৰ্থযাত্ৰা কৰাৰ ঠাই লয়, আৰু

সত্যতাই যদি প্ৰাণৰ নিৰ্দ্দেশক হয়
আৰু প্ৰাৰ্থনা যদি ভগবানৰ করুণাৰ কাৰণে হয়
আৰু নালা যদি তেওঁৰ ইচ্ছা হয়,
তেতিয়াহলে ভগবানে তেনে লোকৰ একনিষ্ঠতাক
নিশ্চয় চকু মেলি চাব।”

তেতিয়া কাজীয়ে নানকক একেলগে তেওঁৰ লগত মছজিদত প্ৰাৰ্থনা কৰিবলৈ কলে। তাত প্ৰাৰ্থনা কৰিলে নানকে নিজেই প্ৰাৰ্থক্য খিনি বুজিব পাৰিব। এই কথাত নানকে উত্তৰ দিলে : “দিনটোত পাঁচবাৰ আপুনি প্ৰাৰ্থনা কৰে, ময়ো কৰো। মোৰ প্ৰথম প্ৰাৰ্থনা হ’ল সত্যতা, দ্বিতীয় প্ৰাৰ্থনা হ’ল সৰল ভাবে জীৱন-যাপন কৰা, তৃতীয় ঈশ্বৰৰ কৃপা লাভ কৰা, চতুৰ্থ হল পবিত্ৰ মন আৰু পঞ্চম হল ঈশ্বৰক স্মৰণ কৰা।” আৰু এইটোও কলে যে কাজীক তেওঁ হতাশ নকৰে, মছজিদত প্ৰাৰ্থনা কৰিবলৈ কাজীৰ লগতেই যাব।

মছজিদলৈ গৈ কাজী উপাসনাত মগ্ন হ’ল, নানকে সেই উপাসনাত যোগ নিদি একাষৰীয়াকৈ থিয় হৈ থাকিল। তেওঁ মাথো হাহিলে। প্ৰাৰ্থনা শেষ হোৱাৰ পিচত কাজীয়ে খঙেৰে নানকক যোগ নিদিয়াৰ কাৰণ সুধিলে ; নানকে আগৰ দৰেই হাঁহি কলে, “আপুনি কয়, আপুনি আপোনাৰ ‘আল্লাক প্ৰাৰ্থনা কৰে। মই কওঁ আপুনি নকৰে। শৰীৰক নিম্নগামী কৰি যেতিয়া প্ৰাৰ্থনা কৰে তেতিয়া আপোনাৰ মনটো গৈ কাবুলৰ ভাল জাতৰ ঘোঁৰা কিনাত থাকেগৈ।” এইবাৰ কৰ্কশ কথাই কাজীক অপ্ৰতিভ কৰি তুলিলে। অৱশেষে নানকে ঠিকেই

কলে, সেয়ে মানুহৰ আগত অপমানিত হোৱাৰ ভয়ত কাজী মনে মনে থাকিল। কিন্তু নবাব খুব সন্তোষিত হ'ল আৰু নানকক কলে, "মোৰ উজীৰ হিচাবে যদি আপোনাৰ নিচিনা ফকিৰ পাওঁ সেয়া মোৰ আশীৰ্ব্বাদস্বৰূপহে হব। আপোনাক কাকুতি কৰিছো মোৰ লগত থাকক। ভাণ্ডাৰটো মই চালো, একো বস্তুৰেই কম নেপালো। মানুহে ঈৰ্ষাতহে আপোনাৰ বিৰুদ্ধে কিবা কিবি কথা উলিয়াইছিলে। আপোনাক মই যাবলৈ নিদিওঁ, আপুনি কোন মই এতিয়া জানিছো।" উত্তৰত নানকে কলে, "আপোনাৰ ভাল কথাবোৰত মই মূল্য দিওঁ, কিন্তু মই আৰু কাম নকৰো। আন এটা জৰুৰী কাম আছে যিটো মই কৰিবই লাগিব।"

নবাবে তেতিয়া নানকক সেৱা জনালে আৰু কলে, "মই আপোনাৰ আৰু আপোনাৰ গৰাকীৰ মাজৰ সমন্ধত বাধা নিদিওঁ। আপুনি যাওক আৰু আপোনাৰ ভগবানে যি কয় তাকেই কৰক। পবিত্ৰ কোৰাণ আদিত আল্লা সমন্ধে যি পঢ়িছো সেয়া মই আপোনাতেই পালো। আপোনাৰ কিবা কামত যদি মই লাগিব পাৰো তেনেহলে মই কাকুতি কৰিছো মোক কব। তেতিয়া মোৰ জীৱন সাৰ্থক হব আৰু আশীৰ্ব্বাদো পাম।" তেতিয়া নানকে কলে যে ভগবানৰ নামৰ বাহিৰে তেওঁক একোকেই নেলাগে। এনেদৰে কৈ মৰ্দ্দনক লগত লৈ অৰণ্যত থকা সন্যাসীৰ লগ লাগিবলৈ গুছি গল।

# ২

"হে মানৱ, ভগবানৰ ক্ষেত্ৰত চতুৰালি নকৰিবা"

—গুৰু নানক

মৰ্দ্দনৰ লগত নানকে অৰণ্যৰ মাজেদি ভালেমান ঠাই খোজ কাঢ়ি একেবাৰে পঞ্জাবৰ দক্ষিণ-পশ্চিমফালে আগবাঢ়ি আহিল। বাটত তেওঁ কতোৱেই নৰল। গাওঁ পায়ো পাৰ হৈ আহিল। গছৰ ফল চিঙি আনি খাই ভোক পলুৱালে। কিন্তু মৰ্দ্দনে আক্ষেপ কৰিলে। মৰ্দ্দনে কলে ধাৰ্ম্মিকৰ লগত গলে বহুতো কিবা কিবি খাবলৈ পোৱা যায়, গুৰুৱে তেওঁক তেনেদৰে খাবলৈ দিয়া নাই। তেতিয়া গুৰুৱে মৰ্দ্দনক কলে যে যি ভগবানৰ পথ বাচি লয় তেনেলোক আত্মনিৰ্ভৰশীল হোৱা উচিত। আনৰ সাহায্যত জীয়াই থকা উচিত নহয়। কিন্তু মৰ্দ্দন গুৰুৰ কথাত পতিয়ন নগল।

এদিনাথন নানকে মৰ্দ্দনক এখন গাঁৱলৈ যাবলৈ দিলে। গাঁৱত সোমোৱাৰ লগে লগেই মানুহবোৰে এজন অবতাৰী পুৰুষ আহিছে বুলি গম পাই তেওঁৰ আশীৰ্ব্বাদ বিচাৰি মৰ্দ্দনক সকলোৱে বেৰি ধৰিলে। মৰ্দ্দনে সকলোকে আশীৰ্ব্বাদ দিলে। বিনিময়ত গাওঁবাসীয়ে বিভিন্ন ধৰণৰ সোৱাদ লগা খোৱা বস্তু দিয়াৰ উপৰিও চিল্ক, উল আৰু কপাহৰ পোচাক দিলে। এইবোৰ বস্তু পাই মৰ্দ্দন আনন্দিত হল আৰু সকলোবোৰ লৈ খৰ-খেদাকৈ অৰণ্যত থকা গুৰুৰ ওচৰলৈ উভতিল। মৰ্দ্দনক ইমানবোৰ বস্তু অনা দেখি নানকে হাঁহিলে আৰু কিয় তেওঁৰ উপদেশ উলঙ্ঘন কৰিলে তাক

সুধিলে। মৰ্দ্দন অলপ অপ্ৰস্তুত হ'ল। তথাপি কলে যে তেওঁৰ উপাস্যসকলক হতাশ কৰিব নোৱাৰিহে এইবোৰ বস্তু লৈ আনিলে। নানকে বস্তুবোৰ দলিয়াই পেলাবলৈ কলে। মৰ্দ্দনে দুখ মনেৰে সেইবোৰ দলিয়াই পেলালে। তাৰ পিচত, মৰ্দ্দনে তেওঁক সুধিলে, যদি কোনোবাই ভোকাতুৰ মানুহক সাহায্য হিচাবে কিবা খোৱা বস্তু দিয়ে, দিওঁতাজনৰ কথা গুৰুৱে জানো গম পায় আৰু সেই দিওতাজনে জানো ভগবানৰ কৃপা লাভ কৰে? তাৰ উত্তৰত নানকে কলে, "যিজনে ভোকাতুৰক খুৱায়, যিজনে বস্ত্ৰহীনক বস্ত্ৰ দিয়ে তেওঁ ভগবানৰ কৃপা লাভ কৰে; কিন্তু তেওঁ নিজৰ সত্য উপাৰ্জ্জনৰ পৰাহে এনে দান কৰিব লাগিব। এই দান পাওঁতাজনেও তেওঁৰ নিজৰ প্ৰয়োজন অনুসৰিহে পাব লাগিব। তাতকৈ অধিক পোৱা অনুচিত।"

তাৰ পিচত তেওঁলোকে ভ্ৰমণ কৰি গৈ থাকোতে বাটতে এটা মানুহ লগ পালে। মানুহটো দেখাত ধাৰ্ম্মিক, কিন্তু আচলতে ঠগ। তাৰ নাম সজ্জন (অৰ্থাৎ সাধু লোক)। হাতত মালা লৈ সি আলিৰ কাষত চকু মুদি বহি থাকে। বাটেদি যোৱা মানুহ চাবলৈহে কেতিয়াবা চকু মেলে। সি এটা মুছলমান শ্বেখ; এটা মছজিদ সাজিলে, হিন্দুৰ কাৰণে এটা মন্দিৰো বনালে। বাটেদি যোৱা যি ধৰ্ম্মাৱলম্বী মানুহেই নহওক সকলোকে সি তাৰ আতিথ্যতা গ্ৰহণ নকৰাকৈ যাবলৈ নিদিয়ে। ৰাতিটো তাৰ লগত থাকিবলৈ জোৰ কৰে আৰু সাধ্যানুযায়ী অতিথিৰ লগত সুন্দৰ ব্যৱহাৰ কৰে; কিন্তু বেছি ৰাতি হৈ আহিলে অতিথিৰ সকলো বয়-বস্তু কাঢ়ি লয়। তাৰ পিচত অতিথিৰ ডিঙি কাটি ওচৰৰ কুঁৱাত মৰা শটো পেলাই দিয়ে। পিচদিনা ৰাতিপুৱা হাতত

মালা লৈ ধ্যানস্থ ভাবে জপ কৰি তাৰ অপকৰ্ম্ম সাধিবলৈ দ্বিতীয় অতিথিলৈ বাট চায়।

গুৰু নানক আৰু মৰ্দ্দনক দেখিয়েই সি তাৰ অনুগামীইঁতক কলে, "সৌজনক ভালদৰে ব্যৱহাৰ কৰিবি, ধনী মানুহ যেন লাগিছে। মুখত প্ৰতিপত্তিৰ ভাব ফুটি উঠিছে।" অনুগামী-ইঁতে তাৰ কথামতেই কৰিলে। ৰাতি হৈ আহিল। সিইঁতে নানকক শুবলৈ কলে। কিন্তু নানকে কলে, তেওঁ এটা স্তুতি গাইহে শুবলৈ যাব। তেতিয়া আটাইবোৰ মানুহ গোট খালে। সজ্জন নানকৰ সম্মুখত বহিল। মৰ্দ্দনে ৰাবাব লৈ ৰাগ চহীত মিঠা সুৰ উলিয়াবলৈ আঙুলি বুলালে। নানকৰ স্তুতিৰ সাৰ কথা হল:

"ব্ৰঞ্জৰ পাত্ৰত চিক্‌মিকনি উঠে, কিন্তু ঘঁহিলেহে আচল ৰূপ ওলায়। যি নিজকে আমাৰ বন্ধুবুলি কয় তেওঁলোকে আমাৰ ভগবানৰ আদালতত মুঠালৈকে আমাৰ বন্ধু নহয়। সেই আদালতত আমাৰ সকলো হিচাব-নিকাচ মীমাংসা কৰা হয়। যি ধ্বংসপ্ৰাপ্ত স্তুপ মেৰামতি কৰিও লাভ নাই তাক ইটা-বালিৰে দেখনীয়াৰ কৰিলে কি হব? উপাসকৰ দৰে সাৰেং চৰাইবিলাক নদীৰ পাৰত বাস কৰে, কিন্তু চকু সিইঁতৰ কাহানিও থাই ভোক মুগুচা শামুকৰ ওপৰত থাকে। শিমলু গছ-পাত-ফুল আৰু ফলৰে পূৰ্ণ, কিন্তু ফল সুস্বাদ নহয়, ফুলৰ গোন্ধ নাই আৰু পাতে ছাঁ নিদিয়ে। কণা মানুহে টোপোলা মূৰত কঢ়িয়াই লৈ থিয় পাহাৰেদি অনেক দূৰ খোজ কাঢ়ি যায়। কিন্তু সিইঁতে নেদেখাকৈ বাৰু কেনেকৈ উচ্চতাৰ ভাৰসাম্য বজাই ৰাখিব পাৰে? এনে ক্ষেত্ৰত আমাৰ ধুৰ্ত্তামি আৰু আমাৰ ভূৱা সাধুতা কোনো কামত নাহে। মাথো কামত আহিব ভগবানৰ নাম সোঁৱৰিলেহে। সেই সোঁৱৰণে আমাৰ ভৱিৰ বন্ধন ছিঙিব।"

নানকৰ এই অন্তৰ চুই যোৱা স্তুতি শুনি সজ্জনৰ মন কঁপি উঠিল। আত্মাই সাৰ পালে। আগৰ অপকৰ্ম্মৰ কাৰণে অনুশোচনা আহিল। সেয়ে সি নানকৰ ভৰিত পৰিল। দুয়োখন ভৰিকে সাবটি ধৰি কান্দিবলৈ ধৰিলে। কান্দি কান্দিয়েই সি কলে, "হে গুৰু, আপুনিয়েই মোক চিনি পালে। এতিয়া আপুনিয়েই মোক কওক কেনেকৈ মই উদ্ধাৰ পাম? মোৰ পাপকৰ্ম্মৰ কাৰণে কেনেকৈ মোক ক্ষমা কৰিব?" তেতিয়া নানকে কলে, "মানুহৰ অতীত কৰ্ম্মক ভগবানে মাত্ৰ দুভাগেহে ক্ষমা কৰে: নিজৰ দোষ স্বীকাৰ কৰিলে আৰু সেই বোৰৰ কাৰণে প্ৰায়চিত্ত হলে।" সজ্জনে চিঞৰি কলে, "মই স্বীকাৰ কৰো, সকলো সময়তে ভগবানৰ একনিষ্ঠ সেৱকৰ ভাও ধৰি মই বহুত মানুহৰ সম্পত্তি চুৰ কৰিলো আৰু তেওঁলোকক বধ কৰি সম্পত্তি গোটালো। এতিয়া সেই পাপৰ পৰা কেনেকৈ মুক্তি পাম?" তেতিয়া নানকে উত্তৰ দিলে, "তোমাৰ যিবোৰ সা-সম্পত্তি আছে সকলো বোৰ লৈ আনা আৰু ভগবানৰ নামত সেইবোৰ দুখীয়া আৰু ধাৰ্ম্মিক মানুহৰ মাজত ভগাই দিয়া।" সজ্জনৰ মুহূৰ্ত্তৰ ভিতৰতে সম্পূৰ্ণ পৰিবৰ্ত্তন আহিল। নানকৰ কথা মতে সকলোবোৰ কৰিলে।

তাৰ পিচতে তেওঁ ঈশ্বৰৰ ডাঙৰ উপাসক হৈ পৰিলে। নানকেও তেওঁৰ দলৰ প্ৰথম পুৰোহিত কৰিলে সজ্জনকেই। এই বিষয়ে যিয়েই শুনিলে তেৱেঁই মন্তব্য কৰিলে, "নানকে সঁচাকৈয়ে এক অসাধ্য কাম সাধন কৰিলে।"

তাৰ পৰা নানক আৰু মৰ্দ্দন চৈয়দপুৰলৈ (এতিয়া আমিনা-বাদ বুলি কয়, গুজ্ৰনৱালা জিলাৰ অন্তৰ্গত) গ'ল আৰু তাত লালো নামৰ এজন নিম্ন জাতৰ কাঠ মিস্ত্ৰীৰ ঘৰত থাকিল। এই কথাটো নগৰত এনে ভাবে ওলাল যে ক্ষত্ৰিয় বংশৰ এজন ধাৰ্ম্মিক লোকে এটা অস্পৃশ্যৰ লগত খোৱা বোৱা

কৰিছে। আনকি মালিক ভাগ' নামৰ উচ্চ জাতৰ কৰ্ম্মচাৰীৰ কাণতো কথাটো পৰিলগৈ। সেই সময়ত মালিকে এটা বৰভোজৰ আয়োজন কৰিছিল। তালৈ সকলো ঠাইৰে ধাৰ্ম্মিক মানুহক নিমন্ত্ৰণ কৰিছিল। নানকক ঈশ্বৰ ভক্ত বুলি জানিব পাৰি তেওঁকো ভোজলৈ মাতিছিল। কিন্তু নানক ভোজলৈ যাবলৈ অমান্তি হ'ল। তেওঁ কলে, "নিম্ন বংশত জন্ম গ্ৰহণ কৰা লোক অনেক আছে। তেওঁলোকক নিম্ন শ্ৰেণীতেই এতিয়াও ৰখা হৈছে। সেই ভোজৰ আমন্ত্ৰিত অতিথিৰ ভিতৰত তেওঁলোক অতি নগন্য। নানক তেওঁলোকৰহে লগৰীয়া। ডাঙৰৰ লগত সমানে বহি খোৱাৰ ইচ্ছা নাই।"

নানকৰ কথাত মালিক ভীষণ ভাবে অপমানিত হ'ল। নানক নিজৰ ইচ্ছা মতে নাহিলে জোৰকৈ তেওঁৰ গুৰিলৈ আনিবলৈ তেওঁৰ লগুৱাক পাচিলে। মালিকৰ এই দাম্ভিকতাৰ কাৰণে গুৰুৱে প্ৰথমতে যাবলৈ মান্তি নহল। কিন্তু তেওঁ মালিকক এশিকনি দিবলৈ এয়া এটা উপযুক্ত সময় বুলি ভাবি যাবলৈ ওলাল। তেওঁ মালিকৰ প্ৰাসাদোপম ঘৰটো পালেগৈ। তাত তেওঁক খাবলৈ দিয়া হল, কিন্তু নানক খাবলৈ অমান্তি হ'ল। নিজেই যেতিয়া তেওঁ নিম্ন জাতৰ কাঠ মিস্ত্ৰীৰ ঘৰত খাবলৈ শঙ্কা বোধ নকৰে তেনেস্থলত ইমানবোৰ মানুহৰ আগত মালিকক কিয় অপমানিত কৰিছে বুলি সোধাত নানকে নম্ৰভাবে কলে, "আপোনাৰ খাদ্যত তেজৰ গোন্ধ পাইছো, কাঠ মিস্ত্ৰী লালোৰ খাদ্য অমৃত যেন লাগে।" এনে এটা বিজতৰীয়া 'মন্তব্য কিয় দিলে বুলি সোধাত নানকে কলে, "লালোৱে কপালৰ ঘাম মাটিত পেলাই অৰ্জ্জন কৰে আৰু ইয়াৰেই যি পাৰে বাটৰুৱা, দুখীয়া আৰু ধাৰ্ম্মিক লোকক খুৱায়, সেইকাৰণেই সেই খাদ্য সোৱাদ লগা আৰু তৃপ্তিদায়ক। আপুনি নিজে কাম নকৰে; ডকা-হকা দি,

অত্যাচাৰ কৰি, নিজৰ কৰ্তৃত্বশীলতাৰ দোহাই দি মানুহক শোষণ কৰে। এনে অৰ্জ্জনৰ খাদ্যত দুৰ্ব্বল, নিমাখিত আৰু দুখীয়া মানুষৰ তেজৰ কঢ়াল লাগি থাকে।" [১]

এই কথাত মালিকে খুব লাজ পালে আৰু মনে মনে থাকিল। তাৰ পিচত বনজুইৰ দৰে গোটেইখনত বিয়পি পৰিল যে কাহানিও নোলোৱা এজন গুৰু ওলাইছে, তেওঁ নিৰ্ভীক ভাবে জাত আৰু অধিকাৰ সম্বন্ধে সত্যাসত্য বিষয়ত বাদী মাৰিব পাৰে।

তাৰ পৰা গুৰু কুৰুক্ষেত্ৰলৈ বুলি খোজ ললে। কুৰুক্ষেত্ৰ হ'ল হিন্দু তীৰ্থযাত্ৰীসকলৰ এক ডাঙৰ কেন্দ্ৰ। ইয়াতেই সূৰ্য্য গ্ৰহণৰ উদ্দেশ্যে এক ডাঙৰ মেলা বহাৰ কথা। কিন্তু নানকে তালৈ যোৱাৰ আগতে পাণিপথলৈ গ'ল। পাণিপথত ছাহ ছৰাফ নামৰ এজন ডাঙৰ মুছলমান চুফিয়ে থাকিবলৈ লৈছে।

তাত ছাহ ছৰাফে জানিব বিচাৰিলে যে কিয় নানকে ফকিৰৰ পোচাক নিপিন্ধি সাংসাৰিক পোচাক পিন্ধিছে আৰু কিয় তেওঁৰ মূৰৰ চুলি খুৰুৱা নাই। তাৰ উওৰত নানকে কলে, "মূৰৰ চুলি খুৰুৱাতকৈ মন পৰিস্কাৰ হোৱাহে উচিত। বিনীতভাবে কবলৈ গলে ধূলি-মাকটি যেনেকৈ গুচুৱা হয় তেনেকৈ মানুহৰ মনৰ আবৰ্জ্জনাও গুচোৱা উচিত। পৰিস্কাৰ কৰাৰ সেয়েহে প্ৰকৃত পথ।" তেওঁৰ পোচাকৰ ক্ষেত্ৰত কলে, "বিলাস আৰু দাম্ভিকতা ত্যাগ কৰা উচিত আৰু মন ভগবানৰ প্ৰতি থাকিব লাগে। তেতিয়াহলে যি পোচাকেই নিপিন্ধক সেয়েই পবিত্ৰ।"

নানকে কৈ গল: "জ্ঞানীজনৰ উপদেশ মতে চলা উচিত

---

[১] পুৰণি পুথিত নানকে এক আচৰিত কাম কৰিলে বুলি উল্লেখ আছে। দুয়ৰৰ পৰা পোৱা দুখন কটী দুখন হাতেৰে চেপা মাৰিলত এটাৰপৰা হেনো তেজ আৰু আনটোৰ পৰা গাখীৰ ওলাইছিল বুলি কয়।

আৰু অন্তৰত ভগবানক পোষণ কৰিবলৈ হলে অন্তৰ শুদ্ধ হোৱা প্ৰয়োজন। যি নিজৰ মন সংযত কৰে আৰু যি উপভোগ আৰু কষ্ট দুয়োটাকে আওকাণ কৰে, তেওঁৰ কাৰণে কি পোচাক পিন্ধিছে সেয়া একো ডাঙৰ কথা নহয়।"

নানকক কোন পন্থী আৰু কোন কুলৰ বুলি সোধাত কলে, "মই সত্‌ পন্থী, অগ্নি আৰু বায়ু কুলৰ। বৃক্ষ আৰু ধৰিত্ৰীৰ দৰেই মোৰ অৱস্থান। বৃক্ষ আৰু ধৰিত্ৰীয়ে মানৱৰ অত্যাচাৰ যেনেদৰে সহ্য কৰে তেনেদৰে ময়ো সহ্য কৰো। নদীৰ দৰে কোনোবাই মোলৈ ফুল ছটিয়াইছে নে ধূলি ছটিয়াইছে নেভাবো। সুগন্ধী চন্দন কাঠৰ দৰে জীয়াই থাকি চৌপাশ সুবাসিত কৰি তুলিব পাৰিলে মই ভাবো অকলেই থকা ভাল।"

ছাহে তেতিয়া নানকক ফকিৰ কেনে হব লাগে সুধিলে। উত্তৰত নানকে কলে: "যি সজাগ হৈও নিৰ্ব্বিকাৰ, যি সাৰে থাকিও নীৰব আৰু যি নিজৰ অস্তিত্বৰ কথা নাভাবে তেৱেঁই ফকিৰ। যি আনন্দ আৰু নিৰানন্দ দুয়োটাকে আহ্বান কৰে, চিন্তা আৰু খণ্ডক প্ৰশ্ৰয় নিদিয়ে, যাৰ একোৰে প্ৰতি লালসা নাই আৰু অহংকাৰো নাই তেৱেঁহে ফকিৰ। যি ঈশ্বৰ চিন্তাত মগ্ন, যি তেওঁৰ একনিষ্ঠ সেৱক আৰু যি তেওঁত বাদে একো নেদেখে সেইজনেই ফকিৰ।"

এই উত্তৰত ছাহ ছৰাফ ইমান সন্তোষিত হল যে গুৰুৰ ভৰিত ধৰি সেৱা কৰিলে আৰু হাতখনত চুমা খাই কলে: "হে অৱতাৰী পুৰুষ, আপোনাক প্ৰশ্ন কৰা মানেই মই নিজকে অশূচী মনৰ বুলি পৰিচয় দিয়া। আপোনাক দেখিলেই আল্লাৰ ৰূপ দেখা হয়।"

নানকৰ বিষয়ে ভক্ত সকলৰ মাজত যি আখ্যান আৰু সাধু-কথা প্ৰচলিত আছে সেই আখ্যান আৰু সাধুকথাৰ পৰা বুজিব

পাৰিযে সেই সময়ৰ গোড়া আৰু ৰক্ষণশীল মানুহে প্ৰচলন কৰা ধৰ্মবিষয়ক বাধা, ধৰ্ম সম্বন্ধীয় উৎসৱ, সামাজিক ৰীতি-নীতিত নানকৰ বিশ্বাস নাছিল।

এবাৰ হেনো কুৰুক্ষেত্ৰত তেওঁৰ অনুগামী এজনে তেওঁক হৰিনাৰ মাংস খাবলৈ দিলে। যিহেতু তেওঁ কোনো খাদ্যৰ মাজতেই পাৰ্থক্য নেৰাখে আৰু যি দিয়ে তাকেই খায়, নানকে সেই ভক্তজনকো উপেক্ষা নকৰিলে। তেওঁ মৰ্দ্দনক মাংসখিনি সিজাবলৈ কলে। কিন্তু স্থানীয় মানুহে সাধাৰণতে মাংস সিজোৱাটো ঘিণ কৰে। বিশেষকৈ চন্দ্ৰ আৰু সূৰ্য্য গ্ৰহণৰ নিচিনা শুভ দিনত একোৰ চৰে। সেয়ে এই কথাত তেওঁ-লোকে ভীষণ বিতুষ্ট হ'ল। যেয়েই এই কথা শুনিলে তেৱেঁই খঙত জ্বলি উঠিল। কিছুমানে হাতত টাঙোন লৈ নানকৰ ফালে দৌৰি গ'ল; কিছুমানে শিল দলিয়াই মাৰিব খুজিলে। কিন্তু নানকে যেতিয়া উত্তেজিত মানুহ এমথা তেওঁৰ ফালে অহা দেখিলে তেতিয়া তেওঁ বাধা দি কলে: "আপোনালোকক মোৰ ফালে উত্তেজিত হৈ দৌৰি আহিবলৈ কিহে পাইছে? আপনালোকক মই কিনো অপৰাধ লগালো?" নানকৰ শান্ত মুখখনলৈ চাই আৰু তেওঁৰ কোমল মাতত মানুহমখাৰ খং অলপ শাম কাটিল আৰু কলে, "আপুনি 'এটা' শুভ দিনত এই তীৰ্থ স্থানত মাংস ৰান্ধিছে অথচ একো নজনাৰ ভাও ধৰিছে।" নানকে কলে, "যি মাংস কেতিয়াও দেখা নাই তেওঁলোকেহে এনে মাংস দেখি হুলস্থূল লগায়; কিন্তু যাৰ গাত মাংস আছে আৰু নিজেই তেজ মাংসৰ মানুহ, যি মাকৰ পিয়াহ খায়, মাংসল জিভাৰেই আহাৰ কৰে, যাৰ মুখ মঙহতেই, যি তেজ মাংসৰ মানুহক বিয়া কৰায়, সন্তান জন্ম দিয়ে, যাৰ মাংসৰ মাজেদিয়েই শ্বাস প্ৰশ্বাস প্ৰবাহিত হয় তেনে মানুহে হুলস্থুল লগোৱা উচিত নহয়। ক'ৰবাত মাংসহীন মানৱ আছেনে?"

কিন্তু বিতুষ্ট হোৱা মানুহমথাই কলে যে মানুহ তেজ মাংসৰ হলেও মাংস খোৱাটো পাপ। তেতিয়া গুৰুৱে কলে, "আমি জানো পানী নাখাওঁ? পানী খায়েইতো সকলো জীয়াই আছে। পানীয়ে মানুহক জীৱন দিয়ে। গছ-গছনিক জীৱন দিয়ে। তেনেহলে এই পানীয়ে জীৱন দিয়ে কাৰণে জানো আমি পানী খাবলৈ এৰো; আৰু গছগছনিৰ জানো জীৱ নাই? সিহঁতে উশাহ নিশাহ লয়, জীয়াই থাকে, মৰে। তেনেস্থলত জন্তুৰ মাংস খোৱাৰ উপৰিও মানুহ খাওঁতা আৰু মানুহৰ তেজ শুহোতাসকলৰ বিষয়ে কি কব লগা থাকে?"

মানুহমথাৰ বহুতেই নানকৰ লগত কথাৰ লগত জিকিব নোৱাৰিব বুলি জানি হতাশভাবে আঁতৰি গল। কিছুমান সচেতন লোকহে থাকিল। তেওঁলোক নানকৰ কথাত প্ৰত্যয় গ'ল—কাৰণ নানকে যিবোৰ কথা কলে সেইবোৰ কথাত যুক্তি আছে। তাৰপিচত গুৰুৱে কলে, "হে মানৱ, মই জীভাৰ সোৱাদৰ কাৰনে নেখাওঁ। কপালৰ ঘাম মাটিত পেলাই কৰা অৰ্জ্জনৰ পৰা যদি কোনোবাই মোক বিশ্বাসত খাবলৈ দিয়ে সেয়াহে খাওঁ। ঈশ্বৰৰ কৃপাত যি পাওঁ সেয়া নেখালে অন্যায় হব।"

এবাৰ হৰিদ্বাৰত তেওঁ দেখিলে বহুত মানুহে পূবফালে পানী ছটিয়াইছে। তেওঁলোকে কি কৰিছে সোধাত মানুহবোৰে কলে যে তেওঁলোকৰ আত্মাৰ শান্তিৰ কাৰণে সৰগত থকা তেওঁলোকৰ উপৰি পুৰুষক পানী দিছে। এই কথা শুনি নানকে হাঁহিলে আৰু এক মুহূৰ্ত্তও নেভাবি পশ্চিম ফালে পানী ছটিয়াবলৈ লাগিল। তেওঁৰ এই আচহুৱা কাৰ্যত মানুহবোৰে ৰগৰ পালে আৰু তেওঁ কি কৰিছে সুধিলে। নানকে কলে, "মই ভাৰতৰ পশ্চিম ফালৰ পৰা আহিছো। মই জন্ম গ্ৰহণ

কৰা ঠাইত মোৰ এখন পাম আছে। মই ইয়াৰ পৰাই সেই পামত পানী দিব খুজিছো। কিয়নো মই অহাৰ পিচত মোৰ ভাব হৈছে তাত যথেষ্ট পৰিমাণৰ বৰষুণ হোৱা নাই।” মানুহবোৰে তেওঁৰ এই হোজা কথাত হাঁহিলে আৰু কলে, “আপুনি বয়সীয়াল মানুহ। আপুনি বুজিব লাগে যে এই পানীখিনি সিমান দূৰ নেপায়গৈ; গতিকে পামৰ কোনো ব্যৱহাৰত নাহে।” তেতিয়া নানকে উত্তৰ দিলে, “আপোনালোক আচৰিত মানুহ। মোৰ পানীখিনি গৈ কেইশ মাইল মানো নেপায়গৈ অথচ আপোনালোকৰ পানী আন এখন পৃথিবী পায়গৈ?” এই কথাত মানুহবোৰে মাতিব নোৱৰা হ'ল। তেওঁলোকৰ বিশ্বাসক কটাক্ষপাত কৰাত আৰু তাৰ আঁৰত থকা অভেদ্য যুক্তিত বিবুদ্ধিও হ'ল। নানকে তাত বহুতো কথা কলে আৰু প্ৰচাৰো কৰিলে। তাৰ ভিতৰত এষাৰ মজাৰ কথা হ'ল: “যিজনে ঈশ্বৰক মনত ৰাখে আৰু সত পথত থাকি ভাল কাম কৰি যায় তেওঁৰ আত্মাই ইহজন্ম আৰু পৰজন্মতো চিৰশান্তি লাভ কৰে। ভগবানক তুষ্ট কৰিবলৈ তেওঁ কোনো পূজা-পাতল কৰাৰ আৱশ্যক নাই।”

আন এঠাইত নানকে এজন নৈষ্ঠিক ব্ৰাহ্মণৰ ৰান্ধনীশালত প্ৰবেশ কৰিলে। তেওঁ প্ৰবেশ কৰাত ব্ৰাহ্মণ খঙত একাকাৰ হ'ল আৰু তেওঁৰ ৰান্ধনী ঘৰ অশুচি কৰাৰ কাৰণে কৈফিয়ৎ বিচাৰিলে। গুৰুৱে কলে, ব্ৰাহ্মণে নিম্ন জাতৰ মানুহক ইমান ঘিণ কৰে যে তেওঁলোক সোমালেই ৰান্ধনীশাল অপবিত্ৰ হয়। কিন্তু নিজে তেওঁ খঙক প্ৰশ্ৰয় দি কেতিয়াবাই ৰান্ধনীশাল কলুষিত কৰিছে। ব্ৰাহ্মণক এই কথাই আৰু বিৰক্ত কৰিলে। তেতিয়া গুৰুৱে কলে, “অজ্ঞতাৰ লগত নিম্ন জাতৰ মাদল বজাওঁতাক তুলনা কৰা হয়, সেইদৰে নিষ্ঠুৰতাক কচাইৰ লগত, কলুষিত আত্মাক মেতোৰৰ লগত তুলনা কৰা হয়। যি খঙে

পৃথিবী চাৰখাৰ কৰে তেনে খণ্ড হ'ল চণ্ডালৰ নিচিনা। হে ব্ৰাহ্মণ, নিজৰ আত্মা যেতিয়া এইবোৰেৰে অশুচি হৈ থাকে, মিছাকৈ আঁচ টানি বান্ধনীশাল আবৃত কৰি লাভ নাই।"

তাৰপিচত নানকে সত্যতা, আত্মসংযম আৰু ভাল কামক ব্ৰাহ্মণৰ আদৰ্শ কৰিবলৈ কলে। এই আদৰ্শমতে চলিলে ভগবানৰ নাম উচ্চাৰণৰ দ্বাৰাই আত্মা শুচি হব আৰু তেতিয়া ভগবানে তেওঁক গ্ৰহণ কৰিব।

দিল্লীত হেনো এবাৰ সম্ৰাটৰ হাতী এটা মৰি থাকিল। হাতী ৰখীয়াই সিহঁতৰ চাকৰি যাব বুলি খুব চিন্তান্বিত হ'ল। দিল্লীলৈ গুৰু আহিছে বুলি শুনি সিহঁতে গুৰুৰ ওচৰলৈ গৈ হাতীটো জীয়াই দিবলৈ অনুৰোধ কৰিলে। কিন্তু গুৰুৱে কলে, "জন্ম আৰু মৃত্যু ঈশ্বৰৰ হাতত। তেওঁৰ মহিমা কোনেৰেই নুবুজে। তেওঁৰ পৰা যি পাওঁ তাতেই আমি সন্তুষ্ট হব লাগে। জীৱিত অৱস্থাত মানুহে নিজৰ ভালৰ কাৰণে ভগবানক প্ৰাৰ্থনা কৰে, কিন্তু যেতিয়া ভগবানে কাৰোবাক লব খোজে তেতিয়া মানুহে আনন্দেৰে তেওঁৰ ইচ্ছা পূৰণ কৰা উচিত।"

বৃন্দাবনলৈ যাওঁতে গুৰুৱে কৃষ্ণলীলাৰ অভিনয় দেখিলে। তেওঁ খুব অসন্তুষ্ট হল সেই অভিনয় দেখি। যিবিলাক মানুহে নাট মঞ্চস্থ কৰিছে তেওঁলোকে সহানুভূতিসূচক বা ত্যাগ ভাবেৰে উদ্বুদ্ধ হৈ কৰা নাই। বৰং তেওঁলোকে জীৱিকাৰ কাৰণেহে অভিনয় কৰিছে।

গুৰুৱে কলে,
"শিষ্যই খেলে, গুৰুৱে নাচে,
এই সকলৰ পদক্ষেপ আৰু মূৰৰ লহৰ সুতীক্ষ্ণ হৈ উঠে।
আৰু চোৱা উন্মাদীৰ দৰে চুলিত তেওঁলোকে ধূলি ছটিয়ায়।

এইবোৰ দৰ্শকৰ মনোৰঞ্জনৰ কাৰণে কৰা হয়।
নিজৰ ক্ষুধা নিবাৰণৰ কাৰণেহে তেওঁলোকে এনেদৰে
সময় লয়।
তেওঁলোকে গোপী আৰু কৃষ্ণ,
সীতা আৰু ৰামৰ ভাও কৰে,
ভগবানৰ করুণাপ্ৰাপ্ত জনেহে ভগবানৰ সেৱা কৰে
আৰু মনত উদ্যম লৈ ঢল পুৰাতেই উঠে
আৰু প্ৰকৃত জ্ঞানী জনৰ জ্ঞান ভাণ্ডাৰত ডুব গৈ থাকে।
অন্য হাতে তেল-ঘাণি আৰু যতৰ মুঘুৰে জানো ?
আৰু হাত কল আৰু কুমাৰৰ চাক মুঘুৰে জানো ?
মৰুভূমি আৰু ওখ অঞ্চলত অবিৰাম ঘূৰ্ণী বতাহ
নবলে জানো ?
ঘোটনি মাৰি আৰু ঢেকীৰ থোৰা মুঘুৰে জানো ?
আৰু উৰণৰ শ্ৰান্তি নজনা চৰাই শ্ৰান্তিহীন ভাৱে
মুঘুৰে জানো ?
অভ্যাসৰ বশবৰ্তী হৈ এনেদৰে ঘূৰা আৰু নচাৰ শেষ নাই।
কিন্তু নাচোঁতাই মনক সতেজ কৰিবলৈ নাচে,
আৰু হেৰা নানক, যাৰ ভগবান ভীতি আছে, সেই জনাৰ
ভগবান প্ৰীতিও আছে।

# ৩

"সত্যাই সকলো, সত্যৰ জীৱন্ত পালন হৈছে উচ্চতৰ সত্য"

—গুৰু নানক

গুৰুৱে এইবাৰ পূবফাললৈ তেওঁৰ যাত্ৰা আৰম্ভ কৰিলে। তেওঁৰ পোচাক সমন্ধে আগৰ আত্মজীৱনীত এনেদৰে আছে : এটা আচৰিত ধৰনৰ জকমকীয়া পোচাক। এটা সেউজীয়া ৰঙৰ চুটি কোট চোলা। তাত এটুকুৰা বগা কাপোৰ লগাই লয়। টুপিটো মুছলমান ফকিৰৰ নিচিনা। ডিঙিত এডাল হাড়ৰ মালা। কপালত হিন্দু ভক্তই লগাই লোৱাৰ নিচিনাকৈ গেৰুৱা ৰঙৰ দাগ। এই পোচাকটো আধা হিন্দু আধা মুছলমানৰ। এনে পোচাক আগতে কোনেও পিন্ধা নাছিল।

বাটত যাওঁতে শেখ ৱাজিদ নামৰ এজন মুছলমান লোক দোলা এখনৰ পৰা নামি অহা দেখিলে। দোলাভাৰি আৰু তেওঁৰ কেইটামান সহচৰে নামোতেই তেওঁক বিচিবলৈ লাগিল। আৰু দুটাই তেওঁৰ ভাগৰ গুচাবলৈ তেওঁক মালিচ কৰিবলৈ ধৰিলে। গুৰুৰ লগত যোৱা মৰ্দ্দনে এই দৃশ্য দেখি বিৰক্ত অনুভৱ কৰিলে আৰু নানকক সুধিলে : "হে গুৰু, মোক কওকচোন, এই পৃথিৱীত আৰু ন্যায় বোলা কথা নাইনেকি? দোলাত উঠি যোৱা মানুহজন ক্লান্ত হৈ পৰিছে আৰু তেওঁক কান্ধত কঢ়িয়াই লৈ যোৱা মানুহকেইটাই তেওঁৰ ভাগৰ গুচাইছে।" গুৰুৱে তেতিয়া কলে, "মৰ্দ্দন এইবোৰ সকলো নিজৰ কৰ্ম্ম ফল। ভগবানে সকলোমানুহকে সমান ভাবে স্ৰজন কৰিছে আৰু মানৱ জন্ম দি আশীৰ্ব্বাদ দিছে। নিজে যি হব পাৰে সেই হোৱাৰ সুবিধা দিছে। কিন্তু কোনোবাই

সেই সুবিধা লব পাৰিছে, কোনোবাই পৰা নাই। যি সুবিধা লৈছে তেওঁ পৃথিৱীত আনন্দ উপভোগ কৰিছে আৰু যি পৰা নাই তেওঁ কষ্ট ভুগিছে। কিন্তু এই পাৰ্থিব আনন্দৰ দ্বাৰা পাৰমাৰ্থিক সুখ, সন্তোষ বা এটা পূৰ্ণতৰ জীৱন পাব নোৱাৰি। সেই কথা তুমি ভুল নকৰিবা। কিযনো ইয়াক পুঙ্খানুপুঙ্খৰূপে বিশ্লেষণ কৰি চালে পোৱা যাব যে প্ৰকৃত সুখ আৰু অন্তৰীণ একাত্মবোধ আধ্যাত্মিক কাৰ্য্য সম্পাদনৰ দ্বাৰাহে সম্ভৱ। এতিয়া যি সুখী কালিলৈ তেওঁ অসুখী হব পাৰে। কিন্তু আধ্যাত্মিক ভাবে সজাগ আৰু একাত্মবোধ থকা লোকে সদায়েই আনন্দত থাকে ; শান্তি ভঙ্গ হলেও আনন্দ ভঙ্গ নহয়।”

ইয়াৰ পিচত গুৰুৱে পিলিভিটৰফালে আগবাঢ়ি গৈ গোৰখ-মাতা পালেগৈ। যোগীৰ ই এক ডাঙৰ কেন্দ্ৰস্থল। ইয়াতেই তেওঁ এজোপা জৰীগছৰ তলত বহিল। গছজোপা অনেক দিনৰ পুৰণি, শুকান। কিন্তু তেওঁ বহাৰ লগে লগে হেনো গছজোপা সজীৱ হৈ উঠিল। ওচৰে-পাজৰে থকা মানুহবোৰ আচৰিত হ'ল। সেই ঠাইৰ সিদ্ধসকলে নানকক তেওঁ কোন, কাৰ শিষ্য ইত্যাদি কথাৰ পৰা আৰম্ভ কৰি ধৰ্ম্ম সম্বন্ধীয় কথাও সুধিলে। তেতিয়া গুৰুৱে মৰ্দ্দনক ৰাবাব বজাবলৈ কৈ তেওঁ নিজে গীত গাবলৈ ধৰিলে ঃ

“হে ভগবান, তোমাক জুখিবলৈ কিবাজানো জোখকাঠি
বা জোখোতাজন নাইবা তুলাচনী বা প্ৰমাণদণ্ড আছে ?
তোমাৰ মূল্য নিৰ্ণয় কৰিবলৈ কোনোবা
নিৰ্ণয়কাৰী জানো আছে ? মোক তোমাত জ্ঞান
দবলৈ কোনোবা গুৰু জন জানো আছে ?
হে প্ৰভু তোমাৰ মহিমা অপাৰ।

তুমি পৃথিৱী, পানী, পাতাল আৰু আকাশ
ভেদ কৰিছা,—তুমি সকলোকে জিনি আছা।"

তাৰ পিচত কেনেকৈ ভগবানক জানিব, কেনেকৈ তেওঁৰ দৰ্শন লাভ কৰিব পাৰি আৰু কি উপায়েৰে তেওঁক অনুভব কৰিব পাৰি সোধাত গুৰুৱে কলে :

"মনটোৱেই হ'ল জোখকাঠি, উপলব্ধি হ'ল ওজন আৰু তেওঁৰ কামবোৰ হ'ল পৰিমাপক। নিজৰ অন্তৰাত্মাতেই ভগবানৰ উপলব্ধি আৰু তেওঁৰ ৰূপদৰ্শন সম্ভৱ।"

"(অ' নহয়) তেওঁ নিজেই হ'ল তুলাচনী। পৰীক্ষক, ওজন আৰু ওজন কৰোতা। নিজকেই তেওঁ নিজে দেখে, অনুভবো কৰে আৰু নিজতেই লীন হয়।"

"কিন্তু যি অন্ধ অৰ্থাৎ ভগবান সমন্ধে একোকেই নেজানে, হীনমনা আৰু তেওঁৰ পথত অপৰিচিত, যাৰ মন সদায় অস্থিৰ তেনে লোকে আৰু তেনেলোকৰ সঙ্গীয়ে ভগবানৰ ৰূপ বা মহিমা জানিবই বা কেনেকৈ ?"

তেতিয়া যোগীবিলাকে কলে, নানকে যিবোৰ কথা কৈছে সেইবোৰ সঁচা হব পাৰে, কিন্তু তেওঁলোকে যি পথ লৈছে সেই পথৰ দ্বাৰাহে সত্য উপলব্ধি সম্ভৱ। সেইকাৰণে নানকক তেওঁলোকৰ পোচাক পিন্ধিবলৈ কলে। তেওঁলোকৰ জীৱন শৃঙ্খলাৰ জীৱন। শৃঙ্খলাবদ্ধ হৈ চলিলে জীৱনৰ পাকচক্ৰৰ পৰা নিজকে মুক্ত কৰিব পাৰি। আৰু সমাধিস্থৰ দৰে পাৰ্থিব জগতক পাহৰি ধ্যানত প্ৰবৃত্ত হলে আশীৰ্ব্বাদ আৰু আনন্দ লাভ কৰিব পাৰি। তেতিয়া গুৰুৱে কলে :

"তাপলি মৰা পোচাক পিন্ধিলে, লাখুটি ললে বা গাত ভস্ম ঘঁহিলেই যোগভ্যাস কৰা নহয় ; কানফুল পিন্ধিলে বা মূৰ খুৰালে বা শিঙা বজালেই যোগী নহয়।
পৃথিবীৰ আবৰ্জ্জনাৰ মাজত থাকিও যি সেই আবৰ্জ্জনাৰ পৰা আঁতৰত আৰু নিষ্কলুষ তেওঁ লোকেইহে একমাত্র শুদ্ধ পথ জানে।
মাথোন কথাৰেই যোগভ্যাস কৰা নুবুজায়।
যি সকলোকে সমান চকুৰে চায়, পাৰ্থিব জগতৰ প্রতি মোহ নাই, নতুন চেতনা আৰু আত্মপ্রত্যয় জাগে আৰু এক চিন্তাত মগ্ন হয় তেৱঁইহে আচলতে যোগী।
যাৰ মনত সৰগৰ অমৃত বৰষে,
যাৰ অন্তৰাত্মাত বাজে সাম্যৰ সঙ্গীত
আৰু যি নিজেই নিজক বুজি উঠে
তেৱেঁই প্রকৃত যোগী।"
নানকৰ এই কথাত যোগীৰ মন সলনি হ'ল আৰু তেওঁক সেৱা জনালে।

তাৰ পিচত নানক আৰু তেওঁৰ শিষ্য মৰ্দ্দন বেনাৰসলৈ গল। এই বেনাৰসেই হ'ল হিন্দুসকলৰ কেন্দ্রস্থল। আটাইতকৈ পবিত্র তীৰ্থস্থান বুলি ইয়াৰ খ্যাতি আছে। ইয়েই দুজন নামজলা উপাসক কবীৰ আৰু ৰবিদাসৰ জন্মস্থান। সংস্কৃত শিক্ষাৰো এক ডাঙৰ কেন্দ্র। চতুৰদাস নামৰ এজন বিদ্বান পণ্ডিতো ইয়াত আছে। এওঁ গঙ্গাস্থান কৰিবলৈ যাওঁতে গুৰু নানকক আচহুৱা পোচাকত দেখিলে আৰু উপহাসৰ সুৰত কলে: "তুমি কেনে ধৰণৰ ধাৰ্ম্মিক লোক? তোমাৰ ডিঙিত তুলসীৰ মালা আছে নে হাতত জপ কৰা মালা আছে? নে বিষ্ণু দেৱতাক বুজুৱা স্ফটিক পাথৰ শালিগ্রাম আছে? কেনেকৈ তুমি মুক্তি পাবা?"

তেতিয়া গুৰুৱে উত্তৰ দিলে :

"যি অন্নুৰ্ব্বৰ ঠাইত পানী দিয়ে তেওঁৰ জীৱন অথলে যায়।
হে ব্ৰাহ্মণ, ভগবানকহে তোমাৰ পূজাৰ লক্ষ্য কৰা
তেতিয়া হে তুলসীৰ মালাৰ সদব্যৱহাৰ হব ;
ভগবানৰ কৃপা লাভ কৰিবলৈ অন্তৰত তেওঁৰ প্ৰতি
ভক্তি থাকিব
লাগিব আৰু তেওঁৰ নাম সোঁৱৰিলে অপায়-অমঙ্গল
দূৰ হব।"

গুৰুৱে কৈ গল :

"এখন উদ্যান সজাবলৈ এটা কুৱঁা, কেইটামান পানী দিয়া পাত্ৰ, জুঁৱলী আৰু বলদৰ আৱশ্যক। যি মনৰ মাজতেই এনে এখন উদ্যান সাজে অৰ্থাৎ সৰগীয় শোভাৰে মন পবিত্ৰ কৰি তুলিবলৈ বিচাৰে তেওঁ নিজৰ কাম-কাজকেই কুঁৱা বুলি ভাবে, ডিঙিৰ মালাক কৰে পানী দিয়া পাত্ৰ আৰু জুৱলি হয় মনটো। বলদে কুঁৱাৰ পৰা জুৱলি টানি পানী উলিওৱাৰ দৰে তেওঁ নিজেই ভাল কাম, উপাসনা আৰু পবিত্ৰ মনেৰে সৰগীয় শোভা লাভ কৰে আৰু এনেদৰে নিজকে পূৰ্ণতৰ কৰি তোলে।"

তেতিয়া ব্ৰহ্মণে কলে, "তুমি যি কৈছা সঁচা হব পাৰে, কিন্তু যাৰ মন ক্ৰোধ আৰু লালসাপূৰ্ণ তেওঁ কেনেকৈ তাৰ পৰা পৰিত্ৰাণ পাব।"

"এই ক্ৰোধ আৰু লালসাকো দমন কৰিব পাৰি। মানুহৰ ওপৰত সিহঁতৰ আধিপত্য বিস্তাৰ কৰাৰ পৰিৱৰ্ত্তে মানুহে সিহঁতৰ ওপৰত আধিপত্য বিস্তাৰ কৰা উচিত। তেতিয়া সিহঁতৰ পৰা সুফল পোৱা যায়।"

"সাৰেং চৰাই জানো ৰাজহাঁহলৈ পৰিৱৰ্ত্তন হব পাৰিব?

অতীত কৰ্ম্মৰ ফলস্বৰূপে বিপথে যোৱা মানুহে কেনেকৈ তেওঁৰ জীৱনৰ পথ সলনি কৰিব ?”

“ভগবানৰ কৃপা লাভ কৰিলে তেনে অতীত সম্পূৰ্ণই নিশ্চিহ্ন হয়। আত্মবিসৰ্জ্জন, একাত্মবোধ, একনিষ্ঠতা আৰু তেওঁৰ প্ৰতি ভক্তি থাকিলে আশীৰ্ব্বাদ লাভ কৰিব পাৰি।”

“কিন্তু নিশিকালে কেনেকৈ জ্ঞান লাভ হব পাৰে ?”

“জ্ঞানক বুজা নাযায় আৰু বুদ্ধিবৃত্তি সদায়েই জ্ঞানলৈ পৰিৱৰ্ত্তন নহয়। কিয়নো কাম-ক্ৰোধ-লোভ-মোহক প্ৰতিৰোধ কৰিবলৈ শৰীৰ অতি দুৰ্ব্বল, অন্তৰ অতি অপৰিপক্ক। সেই-কাৰণে দুই মাতৃ ( আশা আৰু আকাঙ্খা ) আৰু দুই পিতৃ (ধাউতি আৰু ইচ্ছা ) মানুহৰ মনত থাকে।”

পণ্ডিত চতুৰ বাসে আকৌ প্ৰশ্ন কৰিলে: “যদি সেয়ে হয় তেনেহলে মানুহৰ মুক্তিৰ আশা কি ?”

“গছৰ ফুল যেতিয়া ফুলি থাকে তাৰ মাজতো জুই থাকে এই কথা নেজানেনেকি ? পৃথিবীখন সাগৰে ঘেৰি আছে তথাপি পৃথিবী উটি যোৱা নাই, সূৰ্য্য আৰু চন্দ্ৰ একেখন আকাশতে থাকে। কিন্তু কোনও কাৰো প্ৰকৃতিত বাধা দিয়া নাই।”

তেতিয়া চতুৰ দাসে শুধিলে, “ঈশ্বৰ-সচেতন মানুহৰ বৈশিষ্ট্য কি ?

গুৰুৱে কলে, “তেওঁলোকৰ বৈশিষ্ট হ'ল, তেওঁলোকৰ অন্তৰ সদায়েই দয়াৰে পূৰ্ণ, সৰ্ব্বশক্তিমান ঈশ্বৰৰ চিন্তাত মগ্ন হয় আৰু মায়ামোহে তেওঁলোকৰ মন গলাব নোৱাৰে।”

এইবাৰ পণ্ডিতে সুধিলে যে গুৰুৰ জ্ঞান আৰু শিক্ষাই চৰম সত্য উপলব্ধি কৰাত কিবা সহায় হব নেকি ? তেতিয়া গুৰুৱে জ্ঞান আৰু ভগবানৰ প্ৰকৃতিৰ ওপৰত ৫৪টা স্তুতি গালে আৰু দেৱতা, দেৱদূত, মন, জ্ঞান, বিশ্ব, মানুহ, ভাল আৰু বেয়া

সকলো ভগবানৰ পৰাই আহিছে বুলি বাৰে বাৰে তেওঁ বিশ্বাসক প্ৰতীয়মান কৰিলে। কাজেই আনৰ লগত জড়িত হোৱাৰ মানে নাই ; এইবোৰ বাদ দি ঈশ্বৰকহে সোঁৰৰিব লাগে। ভগবানক কেনেকৈ উপলব্ধি কৰিব পাৰি সোধাত কলে, “প্ৰেমৰ যোগেদি। কাৰণ যি ভগবানক ভাল পায় তেওঁ আন একোকেই নেজানে। সকলোকে সমান দেখে, সকলো জীৱৰ প্ৰতিয়েই দয়া ভাব থাকে আৰু মায়া মোহে উলাব নোৱাৰে। তেওঁ নিজে নিজেই সন্তোষিত হয়।”

নানকৰ কথাবিলাকে পণ্ডিতৰ মনত সঁাচ বহুৱালে আৰু সেয়ে তেওঁৰ শিষ্য হৈ পৰিল।

তাৰপিচত গুৰু গয়ালৈ গল। এই গয়াতেই বুদ্ধদেৱে তেওঁৰ কঠোৰ তপস্যাত মগ্ন হৈছিল। এতিয়া সেই ঠাইত কিছুমান ব্ৰাহ্মণ থাকে। নানকক এই ব্ৰাহ্মণ সকলে লগ পাই মৃতকৰ ঐহিক শান্তিৰ কাৰণে কাৰ্য্য সমাপন কৰিবলৈ কোৱাত নানকে কলে :

“ভগবানৰ নামেই হ'ল মোৰ মাটিৰ চাকি আৰু দুখ-বেদনা হ'ল তাৰ তেল। এই দুখ-বেদনাৰ তেল চাকিত পোৰে। যিমানেই মই মাটিৰ চাকিগছ জলাওঁ অৰ্থাৎ ভগবানৰ নাম লওঁ সিমানেই মোৰ দুখ-বেদনাও পুৰি শেষ হয় আৰু সময়ত মৃত্যুৰ জালা-যন্ত্ৰনাত নোভোগো।

আকৌ ভগবানক স্মৰণ কৰিয়েই মৃতকৰ কাজ-কৰ্ম্ম কৰা হয়, পিণ্ড দিয়া হয়, পাতৰ থোলা সজা হয়, পবিত্ৰ নদীত স্নান কৰি শুচি হোৱা হয়, কিন্তু,

যেতিয়া মানুহে দেৱতাক নৈবেদ্য দিয়ে সেই নৈবেদ্যৰ অধিকাৰী ব্ৰাহ্মণহে হয়। নৈবেদ্যৰ বিনিময়ত দেৱতাৰ ওচৰত শান্তি প্ৰাৰ্থনা কৰাতকৈ ভগবানকহে ইহজন্ম আৰু

পৰজন্মৰ আত্মাৰ শান্তিৰ কাৰণে প্ৰাৰ্থনা কৰিব লাগে ;
কিয়নো ভগবানেহে তেনে শান্তি দিব পাৰে।”

গয়াৰ পৰা গৈ তেওঁলোকে এখন সৰু নগৰ পালেগৈ। সেই নগৰৰ এজন ধনী সদাগৰৰ ঘৰত এটা সন্তান জন্ম হৈছিল। সেই উদ্দেশ্যেই বেচ ধুমধামেৰে এটা উৎসৱ পাতিছিল। কিন্তু দ্বিতীয়দিনা ৰাতিপুৱা সন্তানটো মৰি থাকিল। মানুহবোৰে ইনাই বিনাই কান্দিলে। তাকে দেখি মৰ্দ্দনে গুৰুক সুধিলে: “হে গুৰু, মানুহে আনন্দ উপভোগো কৰে আৰু পিচত কষ্টও ভোগে। এয়া কিয় হবলৈ পায়? মানুহৰ জন্ম হয় মৃত্যু বৰণ কৰিবলৈকেহে, এনে অৱস্থাত মানুহে পৃথিৱীত কেনেকৈ শান্তি পাব?” তাৰ উত্তৰত গুৰুৱে কলে, “মানুহে বুজি নোপোৱাতহে এনে হবলৈ পায়। বুজা শক্তিৰ অভাৱত আনন্দ উপভোগৰ মাত্ৰা চৰি যায় আৰু যেতিয়া সেই আনন্দ উপভোগ শেষ হয় তেতিয়া মানুহে কষ্ট পায়। ঈশ্বৰ চিন্তাত মগ্ন হলে, আনন্দ আৰু বিষাদ দুয়োটাকেই ভগবানৰ আশীৰ্ব্বাদ হিচাবে লৈ নিজৰ মন স্থিৰ কৰি ৰাখিলে তেনে কষ্ট পাবলগীয়া নহয়।” তাৰ পিচত তেওঁ এটা স্তুতি গালে। মানৱ জীৱনৰ চাৰিটা স্তৰ—শৈশৱ, যৌৱন, জৰাৱস্থা আৰু মৃত্যু। এই চাৰিটা স্তৰক নিশাৰ চাৰিটা অংশৰ লগত তুলনা কৰিলে। ৰাতি শুই থকা অৱস্থাত মানুহে নিজকে পাহৰি থাকে আৰু সাৰ পালে অনুশোচনা আহে। এই অনুশোচনা বুঢ়াকালৰ অনুশোচনা।

তাৰ পিচত তেওঁ সেই নগৰ এৰি আন এডোখৰ ঠাই পালেগৈ। সেই ঠাইত তেওঁৰ এজন শিষ্যই তেওঁক নিয়মীয়াকৈ দৰ্শন কৰিলে। আন এটা মানুহেও এই শিষ্যৰ দৰেই তেওঁক নিয়মীয়াকৈ দৰ্শন কৰিব খুজিছিল। কিন্তু এগৰাকী কুচৰিত্ৰা তিৰোতাৰ প্ৰেমত পৰি সি গুৰুৰ পথ বাদ দিলে আৰু ভোগ-বাসনাত

লিপ্ত হ'ল। এদিন এই মানুহটোৱে তাৰ প্ৰেয়সীৰ ঘৰলৈ বুলি যাওঁতে বাটত সোণৰ মোহৰ ভৰি থকা এটা প্ৰাত্ৰ পালে। অন্যহাতে গুৰুৰ শিষ্যই খোজ কাঢ়ি গৈ থাকোতে ভৰিত কাইটে বিন্ধিলে। তাকে দেখি শিষ্যই গুৰুক কথাটো কলে, "হে গুৰু, যি আপোনাৰ পথ অনুসৰণ কৰে তেওঁ শাস্তি পায় আৰু যি বেয়া মানুহৰ ঘৰলৈ যায় তেওঁ সোণৰ মোহৰ পায়। ভগবানৰ কি আচৰিত মহিমা!" তেতিয়া গুৰুৱে মন্তব্য কৰিলে ঃ "হে বৎস, ভগবানৰ পথ অনুসৰণ কৰি তুমি অন্তৰত শান্তি আৰু আশীৰ্ব্বাদ পাইছানে নাই তুমি নিজকে সোধা ঃ আৰু আনমানুহটোৱে সেই শান্তি পাইছেনে আৰু মন স্থিৰ হৈছেনে, নে আশা আৰু লালসাত মদমৰ্ত্ত হৈ উঠিছে সোধা। সাংসাৰিক দৃষ্টিকোণৰ পৰা তুমি হয়তো সেই শান্তি আৰু সুখ পোৱা নাই। কিন্তু তোমাৰ মন আৰু অন্তৰাত্মালৈ স্থিৰতা আহিছে আৰু সমতা স্থাপন হৈছে। আনন্দ শেষ হোৱাৰ লগে লগেই তোমাৰ বন্ধুৱে বেজাৰ কৰিব। কিন্তু তুমি যি সম্পদ লাভ কৰিছা সেয়া শেষ হৈ নেযায়। বৰঞ্চ তোমাৰ অন্তৰাত্মাতেই থাকিব। সাময়িক আনন্দ উল্লসৰ প্ৰতি মন মেলিলে মানুহে চিৰদিনীয়া শান্তিৰ আনন্দ হেৰুৱায়।"

গুৰুৱে এইবাৰ এখন গাঁৱলৈ আহিল। গাঁৱৰ মুনিহ-তিৰোতাই তেওঁক অন্তৰ উজাৰি আদৰ-সাদৰ কৰিলে। বিনিময়ত গুৰুৱে তেওঁলোকক আশীৰ্ব্বাদ দিলে, "এনেদৰে, তোমালোক আটায়ে ছেদেলি-ভেদেলি হৈ পৰা।" দ্বিতীয় গাওঁখনত তেওঁক সেই গাঁৱৰ মানুহবোৰে তেনেদৰে আদৰ-সাদৰ নকৰিলে। গুৰুৱে তেওঁলোকক অভিশাপ দিলে এনেদৰে, "তোমালোক য'তেই আছা ততেই থাকা।" এই কথাত মৰ্দ্দন বিবুদ্ধি হ'ল। সেয়ে গুৰুক সুধিলে, "হে গুৰু আপোনাৰ বিচাৰ আচৰিত। যিসকলে আদৰ কৰিলে তেওঁ-

লোকক আপুনি ছেদেলি-ভেদেলি হোৱাটো বিচাৰিলে আৰু যি আপোনাক অনাদৰ কৰিলে তেওঁলোকক আপুনি তেওঁলোকৰ ঘৰত সুখ শান্তিৰে থকাটো বিচাৰিলে।” উত্তৰত গুৰুৱে কলে: “মৰ্দ্দন যি আনক সেৱা কৰে তেওঁলোক সিচৰিত হৈ পৰিলে তেওঁলোকৰ উদাহৰণ দেখি আনবিলাকে এনেদৰে আনক সেৱা কৰিব। আৰু যি অতিথিপৰায়ণ নহয় তেওঁলোক একে ঠাইতে থাকিলেই ভাল।' কিয়নো তেওঁলোক অন্য ঠাইলৈ গলে সেই ঠাইৰ মানুহকো নিজৰ বেয়া ব্যৱহাৰেৰে কলুষিত কৰিব।”

তাৰপিচত গুৰু অসমৰ কামৰূপ পালেগৈ। ইয়াৰ তিৰোতাবিলাক নাৰীসুলভ কমনীয়তাৰে ভৰা। পুৰুষক মোহিনী মৰা কৌশল জানে আৰু সেই কাৰণেই এই অঞ্চল বিখ্যাত। নুৰ ছাহ হ'ল এই বিতোপন ঠাইখনৰ ৰাণী। মৰ্দ্দনৰ ভোক লাগিলত গুৰুৰ অনুমতি লৈ নগৰলৈ গল। সৌন্দৰ্য্যৰ ৰাণীৰ প্ৰাসাদ পালেগৈ। নুৰ ছাহে মৰ্দ্দনক ভিতৰলৈ মাতিলে। অজলা পাই তাই মৰ্দ্দনক মোহিনী বান মাৰিবলৈ তৎপৰ হ'ল। মৰ্দ্দনেও তাইক দেখি আৰু তাইৰ আচাৰ-ব্যৱহাৰত মুগ্ধ হৈ নুৰ ছাহৰ কবলত পৰিল। কিন্তু মৰ্দ্দন ভালেমান সময়ৰ পিচতো ঘূৰি নহা দেখি গুৰুৱে বিচাৰি গল আৰু তাক সৌন্দৰ্য্যৰ ৰাণীৰ ঘৰত পালেগৈ। মৰ্দ্দন তাইৰ মোহত আৱদ্ধ হৈ পৰাত গুৰুৱে মৰ্দ্দনক তাৰ পৰা মুকলি কৰিবলৈ চেষ্টা কৰিলে। কিন্তু সুন্দৰী নুৰ ছাহ অমান্তি হ'ল। মৰ্দ্দনে নিজৰ ইচ্ছামতেই তাইক পচণ্ড কৰিছে। এতিয়া তাক আৰু তাই যাবলৈ নিদিয়ে। আনকি গুৰুকো তাইৰ সৌন্দৰ্য্য আৰু অমায়িক ব্যৱহাৰৰে প্ৰলোভন কৰিবলৈ চেষ্টা কৰিলে। কিন্তু গুৰুৱে তাইৰ চেষ্টাত বাধা দি কলে, “যি নাৰীয়ে ধূলি বিক্ৰী কৰে তেনে নাৰীয়ে গান্ধকলাইৰ লগত নিজৰ বস্তু সলনি কৰিব

নোৱাৰে। উপযুক্ত কাম-কাজ কৰি দেখুৱাব নোৱাৰিলে প্ৰকৃত স্ত্ৰীক বাছি উলিয়াব নোৱাৰি।”

মুৰ ছাহে তেতিয়া নানকক নাচেৰে মোহিবলৈ চেষ্টা কৰিলে। তাইৰ নাচোন ইমান সুন্দৰ, পদ-চালন ইমান ক্ষীপ্ৰ, তাইৰ সাজোন-কাচোন আৰু প্ৰকাশ-ভংগীমা ইমান আকৰ্ষণীয় যে সাধাৰণ মানুহৰ পক্ষে তাইৰ তৰঙ্গিত যৌৱনৰ আগত তিষ্টি থকা অসম্ভৱেই। কিন্তু গুৰু অলৰ-অচৰ হ’ল আৰু গালে :

“মনৰ কামনা-বাসনা তালৰ শব্দৰ দৰে অন্তৰত বাজি উঠিছে, ঢোলৰ শব্দ আৰু ঝুনুকাৰ ছন্দই সেই গীতিধ্বনিত মূৰ্চ্চনা তুলিছে। মূৰ্চ্চনাৰ ধ্বনি ইমান অন্তৰপৰশা যে আনকি সন্ন্যাসীও সেই সুৰত উতলা হয়। হে ঈশ্বৰ, স্থিৰ হৈ থাকিবলৈ তেনেহলে সংযমশীল মানুহ ক’ত? সকলো আনন্দ আৰু আশীৰ্ব্বাদ বিনিময় কৰা হ’ল, কিন্তু এই বিনিময়ৰে কিমান সময়লৈকে উপভোগ কৰিব আৰু নিজৰ অস্তিত্ব আৰু ভগবানক এৰি থাকিব? দয়াহীন মানুহ আৰু ন্যায়বিহীন ৰজাৰ এতিয়া স্থিতি। এওঁলোক দেখাত মানুহৰ দৰে কিন্তু ব্যৱহাৰ কুকুৰৰ দৰে। যিজনে নিজকে এই মায়াবী উদ্যানৰ অতিথি বুলি ভাবে তেওঁ অকলেই অনুমোদন পায় আৰু ঈশ্বৰৰ পৰা আঁতৰি প্ৰলোভিত নহয়।”

তেতিয়া মুৰ ছাহে নানকক ধন-সোণ দি প্ৰলোভন দেখুৱাবলৈ লগৰীয়াক পাচিলে। কথামতে লগৰীয়াবোৰে সোন, মনি-মুকুতা, সুগন্ধি দ্ৰব্য, সাজ-পোচাক আৰু ভাল ভাল বস্তু আনিলে। যাতে এইবোৰ পাই নানক সন্তোষিত হয় আৰু যাতে মুৰ ছাহৰ দাস হয়। কিন্তু নানকক এইবোৰে সন্তোষিত কৰিব নোৱাৰিলে। তেওঁ কলে, “হে অজ্ঞ নাৰী, তোমাৰ সৌন্দৰ্য্য আৰু ধন-সোণ লৈ কিয় অহঙ্কাৰ কৰিছা। তোমাৰ

অন্তৰৰ কামনা-বাসনাক তোমাৰ অন্তৰাত্মাতেই কিয় পূৰ্ণ কৰা নাই? এই অন্তৰাত্মাতেই ভগবান বিৰাজ কৰে অথচ তুমি তেওঁৰ সান্নিধ্য বিচৰা নাই। তেওঁৰ ভক্তিয়েই হওক তোমাৰ চকুৰ অঞ্জন আৰু তোমাৰ কমনীয়তাই হউক তেওঁৰ প্ৰেম। কিন্তু তুমি যদি তেওঁক ভাল নোপোৱা, তেওঁৰ প্ৰতি সদয় নোহোৱা আৰু কৃত্তিম ব্যৱহাৰেৰে সন্তোষিত কৰিবলৈ বিচৰা আৰু তোমাৰ মনত লালসাও আছে তেনেহলে তুমি ভগবানক সন্তোষিত কৰিব নোৱাৰা। তেওঁৰ ইচ্ছামতেই অকৃত্রিমভাবে নিজক ধৰা দিলে আৰু মন-প্ৰাণ তেওঁতেই স'পি দিলে ভগবানে তোমাক ভাল পাব আৰু নিজৰ আপোন বুলি ভাবিব। যি নিজৰ অস্তিত্বক ঈশ্বৰ প্ৰেমত বিলীন কৰি দিয়ে সেই নাৰী সুন্দৰী, তীক্ষ্ণমনা, বুধিয়ক আৰু জ্ঞানী।"

নানকৰ এই অন্তৰ স্পৰ্শী কথাই নুৰ ছাহৰ মনত হেনো দকৈ শিপালে আৰু তাই হাতযোৰ কৰি তেওঁৰ আগত থিয় হৈ তাইৰ অতীত কৰ্ম্মক ক্ষমা কৰি তাইক তেওঁৰ শিষ্য কৰিবলৈ কাকুতি কৰিলে। গুৰুৱে তাইৰ কাকুতি মানি ললে, আৰু কলে, "তুমি যিয়েই নকৰা লাগে ভগবানৰ মনত ৰাখিলে তুমি আশীৰ্ব্বাদ লাভ কৰিবা আৰু মুক্তি পাবা।" গুৰুৰ আশীৰ্ব্বাদ বিচৰা মৰ্দ্দনকো তাই মুক্তি দিলে যাতে মৰ্দ্দনে গুৰুৰ পথত অলৰ-অচৰ হৈ থাকিব পাৰে।

তাৰ পৰা গুৰু আৰু মৰ্দ্দন দুয়ো হাবিৰফালে আগবাঢ়িল। এনেতে এজাক প্ৰবল বতাহ বলিলে। শুকান গছৰ ডাল-পাত ভঙাৰ উপৰিও প্ৰকাণ্ড প্ৰকাণ্ড বহুদিনীয়া গছ উভালি পেলালে। তাৰ পিচতেই কলহৰ কাণে ঢলা বৰষুণ, বিজুলী-ঢেৰেকণী আৰম্ভ হ'ল। আকাশখন গোমা আৰু ভয়ঙ্কৰ হৈ পৰিল। মৰ্দ্দনৰ ভয় লাগিল। সি কলে, "হে গুৰু, আপোনাৰ আচৰিত মহিমা। আপুনি মোক এনে এখন

হাবিলৈ আনিলে য'ত মই মৰিলে কবৰ দিবলৈও কোনো নোলাব আৰু মোৰ গাৰ মাংস বনৰীয়া জন্তুৰ চিকাৰ হব।" তেতিয়া নানকে হাঁহিলে আৰু কলে, "মৰ্দ্দন জন্ম আৰু মৃত্যু ভগবানৰ হাতত। পৃথিৱী, আকাশ আৰু সকলোতে তেওঁৰ এই ভয়াবহতা জিন্নি আছে। সেইদেখি যিলোক তেওঁৰ নির্ভয় আৰু অখণ্ড গৰাকীৰ লগত জড়িত আছে তেনেলোকে বেজাৰ নকৰে।"

তেওঁলোকে এনেদৰে কথাবতৰা পাতি থাকোতে ভয় লগা কিম্ভূত-কিমাকাৰ ৰূপৰ আধা মানুহৰ আকৃতিৰ এটা মূৰ্ত্তি দেখিলে। মূৰ্ত্তিটো তেওঁলোকৰফালে আগবাঢ়ি আহিল। তাকে দেখি নানকে কলে, "তুমি কোন? এই দৈবিক মূহুৰ্ত্তত তুমি আমাৰ ওচৰলৈ কিয় আহিছা?" তেতিয়া সি উত্তৰ দিলে, "মই কলি যুগৰ দেবতা, তোমাক প্ৰলোভন কৰিবলৈ আহিছো। তোমাৰ চকুৰ আগতে যিবোৰ ভয়াবহ কাণ্ড হৈ গ'ল সেইবোৰ মোৰেই কাম। কিন্তু তুমি এইবোৰ কাণ্ড দেখি ভয় নকৰিলা। সেয়ে তোমাক সোণ, মণি-মুকুতা, প্ৰাসাদোপম আট্টালিকা আৰু তোমাৰ আনন্দ উপভোগৰ কাৰণে দিপ্‌লিপ্ অপেশ্বৰী দিবলৈ আহিছো যাতে তুমি মোৰ পথ অনুসৰণ কৰা আৰু তোমাক দেখি আনেও কৰে।"

তেতিয়া গুৰুৱে ৰাবাব বজাবলৈ কৈ স্তুতি গালে :

"ৰত্নখচিত মুক্তাৰ আট্টালিকা—গান্ধকলাই, কুম্‌কুম
সুগন্ধি অগৰু আৰু চন্দন কাঠেৰে সুবাসিত কৰিলেও...
পৃথিৱীখন হীৰা আৰু ৰঙা বাখৰেৰে চক্‌চকীয়া কৰিলেও,
দিপ্‌লিপ্ অপেশ্বৰী, যাৰ সৌন্দৰ্য্য স্ফটিক পাথৰৰ নিচিনাকৈ
চিকমিকায়, তেনে অপেশ্বৰীয়ে লয়লাস ভঙ্গীমাৰে মোক

সন্তোষিত কৰিবলৈ বিচাৰিলেও, মই ভগবানৰ পথ নেৰোঁ
নতুবা তেওঁৰ নাম স্মৰণ নকৰাকৈ নেথাকো ।
মই যদি এজন সিদ্ধ হওঁ, গুহাত থাকো আৰু আচৰিত
কাম সমাধান কৰো,
তেনেহলে ইমানপৰে মই মোৰ ইচ্ছামতে অন্তৰ্ধান আৰু
আবিৰ্ভাব হব পাৰিলোহেতেন, মানুহে ইয়াৰ কাৰণে মোক
পূজা কৰিলেহেঁতেন ;
তথাপি মই ভগবানৰ পথ নেৰোঁ, নতুবা তেওঁৰ নাম
স্মৰণ নকৰাকৈ নাথাকোঁ ।
মই ৰজা হোৱা হেতেন সিংহাসনত বহিলো হেতেন, আৰু
মোৰ আদেশ মানিবলৈ বিপুল সৈন্য থাকিল হেতেন কিন্তু
এছাটি বতাহৰ দৰেই এই সকলোবোৰ ধুলিছাত হৈ যাব ।
সেইকাৰণে, তেওঁৰ কৃপা লাভ কৰিবলৈ মই ভগবানকে
প্ৰাৰ্থনা কৰিম ।”

তেতিয়া দৈত্যই হেনো সকলোবোৰ উপচাৰ পেলাই দি নানকৰ ভৰিত পৰিল আৰু কলে, “হে নানক, তোমাক অনুসৰণ কৰাজনক মই পৃথিবীৰ ঐশ্চৰ্য্যৰে উপচাই পেলাব পাৰো কিন্তু তেওঁৰ মনৰ শান্তি ভঙ্গ কৰিব নোৱাৰো ।”

তাৰপিচত গুৰু ব্ৰহ্মপুত্ৰ নদী পাৰ হৈ উভটি আহিল। বঙ্গোপসাগৰৰ পাৰত থকা পুৰীলৈ আগবাঢ়িল। এই পুৰীত মানুহে জগন্নাথক পূজা কৰে। বিষ্ণু, কৃষ্ণ বা সৃষ্টিকৰ্ত্তা বুলিয়েই জগন্নাথক উপাস্যসকলে ভাবে। আবেলি সময়ত পুৰুহিতসকলে আৰতি কাৰ্য্যত ব্যস্ত হ'ল ৰূপৰ বটাত মাটিৰ চাকি জ্বলালে আৰু ঠাইখন ধূপ জ্বলাই সুবাসিত কৰিলে। জগন্নাথৰ মূৰ্ত্তিৰ চাৰিওফালে পুৰুহিতসকলে শ্লোক গাই গাই ঘুৰিলে। তাকে দেখি গুৰুৱে সুধিলে: “আপোনালোকে

কি কৰিছে ?" পুৰুহিতে কলে, "এয়া সৃষ্টিকৰ্ত্তাক ভক্তি তৰ্পণ কৰা হৈছে। আমাৰ দৰেই তুমিও আমাৰ লগ লোৱাহি।" তেতিয়া গুৰুৱে এটা স্তুতি গালে। এই স্তুতিটো ভাৰতীয় ৰহস্যময় কবিতাৰ স্বৰগামৰ ভিতৰত অতি সুন্দৰ :

"আকাশখন যেন এখন দ কাঁহি, সূৰ্য্য আৰু চন্দ্ৰ তাৰ চাকি
ৰাশি ৰাশি তৰা স্ফটিক পাথৰৰ নিচিনাকৈ তাত
দীপালীৰে বিধ্যোত হয় ;
মালি পৰ্ব্বতৰ চন্দন কাঠৰ সুবাস বিয়পি পৰিছে আৰু
বতাহে ধৰাৰ বুকুৰ ফুলৰ সুবাস চৌপাসে কঢ়িযাই নিছে ;
হে প্ৰভু, অভয়দাতা তুমি, তোমাৰ পূজা এনেদৰেই
কৰা হয় ;
তোমাৰ বাণীৰ মুগুনা সুৰ গোটেই বিশ্বতেই বাজি উঠিছে ;
সহস্ৰ তোমাৰ চকু; তথাপি তোমাৰ জানো চকু আছে ?
সহস্ৰ তোমাৰ আকাৰ, তথাপি তোমাৰ জানো আকাৰ
আছে ?
সহস্ৰ তোমাৰ ভৰি, তথাপি তোমাৰ জানো ভৰি আছে ?
হে মহিমাময়, ঘ্ৰাণ লবলৈ তোমাৰ সহস্ৰ নাক, তথাপি
তোমাৰ জানো নাক আছে ?
তোমাৰ পোহৰৰেই সকলোৰে অন্তৰ পোহৰ হয়, আৰু
সেই পোহৰ গুৰুৰ উপদেশৰ জৰীয়তে বিস্তাৰিত হয়।
হে মানৱ, যি ভগবানক সন্তুষ্ট কৰে সেয়াহে পূজাৰ বিষয়।
ভোমোৰাই মৌ পান কৰিবলৈ হাবিয়াস কৰাৰ দৰে
মোৰ মনত তেওঁৰ চৰণযুগল চুবলৈ হাবিয়াস জন্মিছে আৰু
অন্তৰ কান্দি উঠিছে ;
হে প্ৰভু, তোমাৰ-গুণ-গোৱা-নানকক তোমাৰ

ক্ষমা দৃষ্টিৰে আশীৰ্ব্বাদ দিয়া,
যাতে তোমাতেই লীণ হৈ যায়।”

মন্দিৰৰ পুৰোহিত সকলে তেওঁৰ লগত আৰু তৰ্ক কৰি লাভ নাই বুলি ভাবি তেওঁক অকলশৰীয়াকৈ এৰি দিলে।

পুৰীত নানকে এজন ব্ৰাহ্মণো লগ পালে। ইন্দ্ৰিয় চেতনাৰ দ্বাৰা যি আনন্দ পোৱা যায় সেই আনন্দ বোধগম্য নহবৰ কাৰণেই এই ব্ৰাহ্মণে চকু আৰু নাক বন্ধ কৰি ৰাখে। এনেদৰে ব্ৰাহ্মণে হেনো মানসিক স্থিথিৰতা লাভ কৰে আৰু অন্য বস্তুৰ গোপনীয়তা উপলব্ধি কৰিব পাৰে। গুৰুৱে ব্ৰাহ্মণক পৰীক্ষা কৰিলে। ব্ৰাহ্মণৰ আগত থকা পানীৰ কলহটো পিঠিৰফালে থৈ সুধিলে, “তোমাৰ কলহটো ক'ত আছে উলিয়াব পাৰিবানে ?” ভালেমান সময় ভাবি ভাবি ব্ৰাহ্মণে কব নোৱৰাত বাদ দিলে। তেতিয়া গুৰুৱে ব্ৰাহ্মণৰ শিক্ষাৰ কাৰণে তলৰ স্তুতিটো গালে :

“মানুহে নুবুজে সময়ৰ আচল অৰ্থ, নুবুজে যোগভ্যাসৰ
সাৰ কথা, নুবুজে সত্যৰ পথ।
পবিত্ৰ ঠাইবিলাক কলুষিত আৰু অশুচি হৈছে ;
চোৰা চোন গোটেই বিশ্বখনেই
এনেদৰে ৰসাতললৈ গৈছে।

কলি যুগত মানুহৰ মুক্তিৰ পথ হ'ল ঈশ্বৰৰ নাম লোৱা।
মিছাতেই মানুহে নাক আৰু চকু বন্ধ কৰে
আৰু কয় যে তেওঁলোকে ত্ৰিভুবন দেখে।

কিন্তু তেওঁলোকৰ পিচফালে কি আছে তাকেই নেদেখা
কি যে এইবোৰ আচৰিত কথা ?”

# ৪

"সন্তজনেহে সত্য কথা কয়
কিয়নো তেওঁ যি কয় সেয়া দেখিহে কয়।"

—গুৰু অৰ্জ্জুন

গুৰু পঞ্জাবলৈ উভতি আহিল। আহিয়েই শেখ ফৰিদ-উদ্দিনৰ পবিত্ৰ ঠাই দৰ্শন কৰিলে। শেখ ফৰিদ-উদ্দিন হ'ল ১৩ শতিকাৰ পাক পট্টনৰ এজন ডাঙৰ মুছলমান চুফী। গঞ্জ-ই-ছাকাৰ বুলি কোৱা হয়। এতিয়া ইয়াৰ গৰাকী হ'ল শেখ ইব্ৰাহীম। নানকে গৃহস্থী মানুহৰ নিচিনাকৈ কাপোৰ পিন্ধি তালৈ গৈছিল। ইব্ৰাহীমে নানকক এই বেশ-ভূষাত দেখি কলে,

"কোনোবাই সাংসাৰিক হব বিচাৰিলে সাংসাৰিক হব লাগে আৰু আল্লাক পাব বিচাৰিলে তেওঁৰ ধ্যান ধাৰণাত
মগ্ন হব লাগে, কিন্তু দুই নাও দুই ভৰি অৱস্থাত
থাকিলে নিজে ডুবি মৰাৰ ভয় থাকে।"

তাৰ উত্তৰত নানকে কলে,

"সাংসাৰিক হৈ সত্য পথত চলিলে
আৰু ধ্যান ধাৰণাত মগ্ন হলে
দুয়োটাৰে সুফল পোৱা যায়,
কিন্তু দুয়োটাৰে লক্ষ্য মূলতঃ এক; চেষ্টাও অথলে নেযায়
এনে চেষ্টা আৰু লক্ষ্যত উপনীত হলে স্বত-স্ফূৰ্তভাবেই
অন্তৰ পৰমাত্মাৰ দীপ্তিৰে উথলি উঠে।"

তেতিয়া ইব্ৰাহীমে নানকৰ লগত ধৰ্ম্মসমন্ধীয় আলোচনাত ব্যস্ত হ'ল। ভগবান, মানুহ আৰু পৃথিবী সমন্ধে ইব্ৰাহীমৰ যি বিশ্বাস তাক প্ৰতীয়মান কৰিবলৈ বিভিন্ন উপমা আৰু প্ৰতীকৰ সহায় ললে। ইব্ৰাহীমে কলে, "গোটেই বিশ্ব 'মায়াবীনীৰ' ৰূপত মুগ্ধ ; ই নিজৰ মনত সৃষ্টি হোৱা ভ্ৰম। যিজনে ইয়াত মজি থাকে তেওঁৰ 'পাম' ধ্বংস হয়।"

গুৰুৱে একেই উপমাৰে উত্তৰ দিলে : "প্ৰাৰম্ভিক অৱস্থাৰ পৰাই মানুহ 'মায়াবীনীৰ' প্ৰেমত পৰি আছিছে। কিন্তু সাবধান ভাবে নিজৰ 'পামখনৰ' প্ৰতি চকু ৰাখিলে কেতিয়াও সেই পামৰ ধ্বংসাৱস্থা দেখিবলৈ নেপায়।"

ইব্ৰাহীমে কলে : "কিন্তু মোৰ শক্তি লোপ পাইছে, মন ভাগি পৰিছে, শৰীৰে কাম নকৰা হৈছে। ইয়াৰ প্ৰতিকাৰ কৰিবলৈ মোক এক ঔষধ লাগে। প্ৰেমে জানো সেই প্ৰতিকাৰ কৰিব পাৰিব ?"

"সত্যতাই হ'ল আপোনাৰ চিকিৎসক। আপোনাৰ অন্তৰাত্মাতেই ই আছে, বাহিৰত নাই। বাহিৰৰ পৰা এনে সত্য উপলব্ধি নহয় অৰ্থাৎ ভগবানক সোঁৱৰিব নোৱাৰি ; নিজৰ আত্মাৰ ভিতৰতেই তেওঁক উপলব্ধি কৰিব লাগিব।"

ইব্ৰাহীমে বেজাৰ কৰি কলে : "যেতিয়া নাও সজাৰ সময় আছিল তেতিয়া মই নেসাজিলো। এতিয়া নৈত পানী উঠিছে, কেনেকৈ মই পাৰ হওঁ ? আকৰাণ ফুলত প্ৰেমৰ পৰশ লাগিলে ফুলৰ ৰং নোহোৱা হব। এতিয়া আত্মা দুৰ্ব্বল, প্ৰেমৰপৰস সহ্য কৰিবলৈ অপাৰগ। গাই গৰুৱে গাখীৰ দি দি এসময়ত গাখীৰ দিব নোৱৰাৰ দৰে আমাৰ জীৱনৰ সজীৱতাও লোপ পায়। অসীমৰ আহবান মানিবই লাগে আৰু ধূলিৰ জীৱন ধূলিতে মিলে।"

তেতিয়া নানকে খুব আশাবাদী সুৰত কলে : "ধ্যান আৰু

আত্মশৃঙ্খলাৰ নাও সাজিলে জীৱন নদীত পাৰ হৈ যোৱাটো অতি সহজ। তেতিয়া উগ্ৰমূৰ্ত্তি ধাৰণ কৰা নদীৰ সম্মুখীন হব লগা নহয়; জীৱন যাত্ৰাৰ পথ হয় সমতল। যি সত্তগুণ আয়ত্ব কৰে ভগবানে তেওঁক লগ দিয়ে আৰু চিৰজীবন লগতে ৰাখে যদিহে দম্ভ আৰু পাপৰ পৰা আঁতৰি থাকে।"

সেই কথাত ইব্ৰাহীমে কলে, "মই আপোনাৰ সতে একমত। কিন্তু ৰাতিৰ প্ৰথম ভাগতহে গছত ফুল ফুলে, পিচত ফল ধৰে। আৰু যিজনে গোটেই নিশা উজাগৰে থাকে তেওঁহে কৃপা লাভ কৰে।"

নানক কলেঃ "আপুনি মোক ভুল বুজিছে। ভগবান হ'ল করুণাময়। তেওঁৰ হাততেই সকলো। কিছুমান সজাগ হৈ থকা লোকক চেৰাই তেওঁ নিদ্ৰিত লোকক হে টোপনিৰ পৰা জগায় আৰু আশীৰ্ব্বাদ দিয়ে।"

কথাষাৰ আৰু পৰিষ্কাৰ কৰিবলৈ কলে, "যদি মানুহে নিজৰ পৰিশ্ৰমৰ ফলত আশীষ লাভ কৰিব লাগে তেনেহলে ভগবান আৰু তেওঁৰ কৃপা লাভ কৰাৰ আৱশ্যক কি? চেষ্টা নিশ্চয়েই কৰা উচিত, কিন্তু তাৰ ফলাফলৰ গৰাকী ভগবানকহে কৰিব লাগে। এইদৰে নিজৰ দম্ভ নোহোৱা হয় আৰু ভগবানৰ করুণাৰ গুণ বুজে। অন্যথা মনৰ উত্তম এৰাধৰা অৱস্থালৈ পৰিণত হয়।"

আৰু তাৰ পিচত তেওঁ তলৰ স্তুতিটো গালেঃ

"হে প্ৰভু, যেতিয়া তুমি মোৰ লগত থাকা মোৰ একোৰেই অভাব
নেথাকে কিয়নো তুমিয়েই মোৰ আচল ভাণ্ডাৰ;
যেতিয়া মই তোমাতেই মন প্ৰাণ সপি দিওঁ তেতিয়া মই শান্তিত থাকো আৰু সুখ অনুভব কৰো।

তোমাৰ ইচ্ছাতেই তুমি মানুহক ৰজা হবলৈ আৰু গৌৰব
বোধ কৰিবলৈ আশীৰ্ব্বাদক কৰা।
তোমাৰ ইচ্ছাতেই তুমি মানুহক ভিক্ষাৰী কৰা আৰু
সন্তাপ দিয়া।
তোমাৰ ইচ্ছাতেই মৰুভূমিৰ বুকু-ৰেদি নৈ বৈ যায়।
তোমাৰ ইচ্ছাতেই (মনৰ) আকাশত ভেট ফুল ফুলে।
তোমাৰ ইচ্ছাতেই আমি দুৰ্গম সাগৰ পাৰ হৈ যাওঁ
(অৰ্থাৎ পাৰ্থিব জগত)।
তোমাৰ ইচ্ছাতেই আমি মাজ সাগৰত ডুবি মৰো,
তোমাৰ ইচ্ছাতেই তোমাক পবিত্ৰ আৰু সুন্দৰ যেন দেখি
আৰু তোমাৰ প্ৰশংসাতেই মানুহ ডুব যায়।
তোমাৰ ইচ্ছাতেই তোমাক ভয়ঙ্কৰ যেন লাগে আৰু এই দুই
বিপৰীত ৰূপত দেখি মানুহ ভাগৰি পৰে।
হে কৰুণাময়, তুমি অপাৰ, অতুলনীয়, অনুভৱনীয়
ইয়াকে কৈ মই তোমাৰ ওচৰত নিজকে সমৰ্পন কৰিছো।
হে প্ৰভু, তোমাৰ দৰ্শন লাভ কৰিবলৈ মোৰ সদায়েই হেপাহ
তাৰ বাহিৰে তোমাৰ পৰা মই একো খোজা নাই।

শেখ ইব্ৰাহিমে হেনো তেওঁৰ অগ্ৰজ ফৰিদ-উদ্দিনৰ দৰেই যিমান দিনলৈকে পাৰে সিমান দিনলৈকে ৰোজা ধৰে। তেওঁৰ উদ্দেশ্য হ'ল ধৰ্ম্ম সমন্ধীয় গুণ আয়ত্ব কৰা আৰু মনৰ লালসাক নিশ্চিহ্ন কৰা। কোনোবাই তেওঁলৈ খোৱা বস্তু আনিলেই প্ৰায়েই 'খোৱা হ'ল' বুলি ফিৰাই দিয়ে। গুৰুৰ আগতো এবাৰ তেওঁ তেনে কৰিলে। তাকে দেখি এজনৰ খং উঠি ইব্ৰাহীমক ককৰ্থনা কৰিলে, "তুমিও তোমাৰ অগ্ৰজৰ পথকেই অনুসৰণ কৰিছা নেকি? তোমাৰ অগ্ৰজে পেটৰ ওপৰত কাঠৰ পিঠা এখন তুলি লয় যাতে ইয়াৰ দ্বাৰাই কিবা

খোৱা বুলি কৃত্রিম আৰাম পাব পাৰে। এনে আৰাম পাই খোৱাৰ ভাও ধৰে যদিও তেওঁৰ মনত সদায়েই হাবিয়াস থাকে।” এই কথাই ইব্রাহীমৰ অন্তৰ চুলেগৈ আৰু গুৰুক কলে, “হে গুৰু মোৰ অৱস্থা কি হব কওক। প্ৰকৃততে মই ৰোজা ধৰিলে মিছা মাতো আৰু ৰাতিৰ আহাৰ কৰিলো বুলি মানুহক কওঁ।”

গুৰুৱে কলে, “জীবনৰ আৱশ্যকতাক অস্বীকাৰ কৰাটো পাপ। বিলাসৰ প্রতি হাবিয়াস কৰাটো অনুচিত, কিন্তু ঈশ্বৰৰ কৃপাত যি পোৱা যায় তাক আনন্দৰে আৰু কৃতজ্ঞতাৰে গ্ৰহণ কৰা উচিত। লঘোণে থাকিলে কেতিয়াও ঐশ্বৰিক আশীৰ্ব্বাদ লাভ কৰিব নোৱাৰি।” তেওঁৰ এই কথাৰ যুক্তিক প্রতীয়মান কৰিবলৈ কবীৰৰ কথা এষাৰো উল্লেখ কৰিলে, “যি খাবলৈ এৰে আৰু ঈশ্বৰক ভাল পোৱাৰ ভাও ধৰে তেওঁ-লোকৰ গুণ এগৰাকী বিবাহিতা তিৰোতা বা এগৰাকী সতি বিধবাৰ তুলনাত নিকৃষ্ট।” তাৰ পিচত নানকে নিজৰ কথাৰে কলে, এটা সু-পুষ্ট দেহা নহলে অন্তৰাত্মাত ঈশ্বৰক পোষণ কৰিব নোৱাৰি কিম্বা উপলব্ধি কৰিব নোৱাৰি। পৰমাৰ্থিক শান্তি লাভ কৰাৰ পথত আচল কথা অনশন কিম্বা আত্ম অস্বীকাৰ নহয়; আত্মসমৰ্পন, পৰিতোষ, দয়া আৰু বিনিয়হে।

শেখ ইব্রাহীম এই কথাত খুব সন্তোষিত হল।

পঞ্জাবৰ পৰা গুৰু আৰু মৰ্দ্দন দুয়ো এখন শুকান মৰুভূমিৰ মাজেদি যাবলৈ ওলাল। মৰ্দ্দনে হতাশ হৈ গুৰুক সুধিলে, “হে গুৰু, মোৰ অৱস্থা কি হব কওক! মই আপোনাৰ লগত আহিছিলো এই আশাতযে অন্ততঃ আপুনি মোক অনাহাৰত থাকি মৰিবলৈ নিদিয়ে। এতিয়া ভোকত কলমলাইছো, ইয়াত খাবলৈ একো নাই।” তেতিয়া গুৰুৱে এবিধ বনৰীয়া গছৰ বসাল গুটিলৈ আঙুলীয়াই দেখুৱালে আৰু সেইবোৰকে

খাই ভোক গুচাব কলে, আৰু সেইবোৰ গুটি লৈ নেযাবলৈ সতর্কও কৰি দিলে। মর্দ্দনে তেতিয়া ভোক গুচাই খালে, কিন্তু গুৰুৰ কথালৈ কাণ নকৰি অলপমান গুটি জেপত ভৰাই ললে। পিচদিনা ৰাতিপুৱা ভোক লাগিলত আকৌ খালে। খোৱাৰ অলপ পিচতেই মৰ্দ্দনে পেটত বিষ অনুভব কৰিবলৈ ধৰিলে আৰু বিষত তত্‌ নোপোৱা হ'ল। পেট বিষোৱাৰ কাৰণ সোধাত মর্দ্দনে কলে যে গুৰুৰ উপদেশ অমান্য কৰি নিজৰ জেপত অলপমান গুটি ভৰাই আনিছিল আৰু ৰাতিপুৱা ভোক লাগিলত খাই থলে। মর্দ্দনৰ কথা শুনি গুৰুৱে হাঁহিলে আৰু কলে, "মর্দ্দন, মানুহে এনেদৰেই কষ্ট ভোগে। আজি যি লাগে তাক খুজিয়েই মানুহে ক্ষান্ত নাথাকে বৰং ভগবানৰ ওপৰত ভৰসা নকৰি নিজেই অহাকালিৰ কাৰণেও বিচাৰে। আৰু এনেদৰে গোটাই জমা কৰা বস্তু সেৰসৰীয়া হয়। চোৰ কৰা নহলেও জমাযে কৰিব পাৰিছে সেই ভাবে মনত ঈর্ষাৰ সৃষ্টি কৰে আৰু আনক কষ্ট দিয়ে।"

মর্দ্দন সোনকালেই ভাল হ'ল। তেও ঘৰলৈ উভটি যাবলৈ ইচ্ছা কৰিলে। সি কলে, "আপোনাৰ লগত থাকিলে মই আৰু কষ্ট পাব লগা নহয।" তেতিয়া নানকে কলে, "মর্দ্দন তোমাক মই আশীর্ব্বাদ দিছো। ইহজন্ম আৰু পৰজন্মৰ কাৰণে তুমি পথ মুকলি কৰি ললা। আন কাৰোবাক তোমাৰ ভক্তি তর্পন কৰাৰ আগতে মোকেই অর্পন কৰিলা। মোৰ জীৱন-তকৈও ইয়াত বেছি মই মূল্য দিওঁ। এতিয়া তুমি শান্তিৰে ঘৰলৈ যাব পাৰা। "মর্দ্দনে গুৰুৰ ভৰি চুলে, গুৰুৱে নিজৰ বুকুৰ মাজত গৰা মাৰি ধৰি আনন্দৰে কলে, "তুমি যোৱা, তোমাৰ পিচতেই মই যাম, কিন্তু মই ক'ত আছো কাকোৱেই নকবা।"

মর্দ্দনে যেতিয়া তালৱান্দি পালেগৈ নানকৰ মাকে আবেগ বিহ্বলা হৈ সুধিলে, "মোৰ লৰাক ক'ত এৰি আহিলা? তাৰ

মুখ দেখিবলৈ কেতিয়াকৈ পাম কোৱা।" মৰ্দ্দন একো নকৈ মনেমনে থাকিল। লগৰ মানুহবিলাকক লগ কৰি ততাতৈয়াকৈ গুচি আহিল।

মৰ্দ্দনৰ অজ্ঞাতে নানকৰ মাক মৰ্দ্দনৰ পিচে পিচে যাবলৈ ধৰিলে। তেওঁ ভাবিলে মৰ্দ্দন হঠাৎ গুচি আহিছে যেতিয়া নানকৰ ওচৰলৈকে নিশ্চয় আহিছে। নানক ওচৰতেই হয়তো আছে। গাঁৱৰ পৰা তিনি মাইল গৈ মৰ্দ্দন ৰৈ গল। নানকৰ মাকো ৰল। নানকক বহু বছৰৰ মূৰত দেখি মাকৰ অন্তৰ আনন্দত নধৰা হ'ল। মাকক দেখি নানকে ভৰি চুবলৈ দৌৰ মাৰি আহিল। মাকে তেওঁক আকোৱালি ললে আৰু মৰমতে কপালত চুমা খালে। তেওঁ উচুপি উচুপি কলে: "তুমি যি ঠাই ভ্ৰমিলা সেই ঠাই তোমাৰ পৰশত ধন্য হ'ল, তোমাক লগ কৰা মানুহবোৰে আশীৰ্ব্বাদ লভিলে আৰু তোমাৰ মাতৃ ধন্যা হল তোমাক পুনৰ পায়। মই যে তোমাক আকৌ দেখিলো তাৰ বাবে ভগবানক ধন্যবাদ।"

নানকেও আবেগত উচ্ছল হৈ পৰিল। মাকে তেওঁক অলপমান মিঠাই খাবলৈ দিলে, কিন্তু নানকে কলে, "আই, মোৰ ভোক কেতিয়াবাই গুচিলা" মাকে সুধিলে, "তুমিনো কি খালা আৰু কেতিয়া খালা?" নানকে মৰ্দ্দনক ৰাবাব বজাবলৈ কলে আৰু তেওঁ এটা স্তুতি গালে; "মিঠাৰ সোৱাদ পোৱা লোকে মিঠাৰহে জুতি লয়, লুণীয়াৰ সোৱাদ পোৱাই লুণীয়াৰহে জুতি লয়। ঈশ্বৰৰ নাম লওঁতাই টেঙা খাদ্যৰ সোৱাদ পায় আৰু তেওঁৰ গুণ গোৱা লোকে সকলো মা-মছলাৰেই সোৱাদ পায়। যি ঈশ্বৰক ভাল পায় জিভাৰ জুতি লগা ছয়ত্ৰিশটা সুখাদ্য তেওঁলোকৰহে আৰু ভগবানেও তেওঁলোকৰ প্ৰেম গ্ৰহণ কৰে। আন সকলোবোৰ জুতিয়েই মিছা আই, কিয়নো সেইবোৰে মনলৈ বেয়া ভাব আনে আৰু ফলত শৰীৰত বিষ হয়।"

মাকে কলে, "তুমি পিন্ধি থকা ভিক্ষাৰীৰ পোচাকটো খুলি পেলোৱা। তোমাৰ কাৰণে অনা এই কাপোৰবোৰ পিন্ধা।" নানকে কলে, "যি ভগবান চিন্তাত মজি থাকে তেৱেঁহে ৰঙা পোচাক পিন্ধি আনন্দ পায় বগা পোচাকৰ অৰ্থ সত্য আৰু ত্যাগ। যাৰ গোপনীয় কিবা আছে বা ক'লা কালিমা আছে তেৱেঁহে বেঙুনীয় পোচাক পিন্ধি ভাল পায় ভগবানৰ একনিষ্ঠ সেৱকে জলন্ধ পোচাকহে পৰিধান কৰে।"

বাপেকে নানক অহাৰ কথা গম পাই ঘোঁৰাত উঠি নানকৰ ওচৰলৈ গ'ল। নানকক ফকীৰৰ পোচাকত দেখি তেওঁ কলে, "পুত্ৰ মোৰ ঘোঁৰাটো লোৱা আৰু উঠি ঘৰলৈ ব'লা। ভাল ঘৰৰ লৰা ভিক্ষাৰীৰ দৰে ঘূৰি ফুৰিছা। মই তোমাৰ বেশ-ভূষা দেখি বৰ হতাশ হৈছো।" নানকে বাপেকৰ ভৰিত পৰিল আৰু কলে, "দেউতা ঘোঁৰা মোৰ কোনো কামত নাহে। ভগবানৰ পথ জনাজনে আনৰ ওপৰত নেযায়। ভগবানৰ কৃপাত যি গৌৰৱ অৰ্জ্জন কৰে তেওঁ নিজকে পৃথিৱীখনৰ ৰজা বুলি অনুভৱ কৰে।" তেতিয়া দেউতাক কালুৱে নানকক ঘৰলৈ গৈ অন্ততঃ মানুহবিলাক চাই আহিবলৈ আৰু ঘৰত কিছু সময়ৰ কাৰণে আৰাম কৰিবলৈ কলে। নানকে উত্তৰ দিলে, "ভগবানৰ নাম উচ্চাৰণ কৰাই আনন্দই হ'ল মোৰ ঘৰ; মোৰ পৰিয়াল ভগবানৰ আশীৰ্ব্বাদ বিশেষ আৰু প্ৰভুৱে যি আদেশ কৰে তাকেহে মই পালন কৰো।"

এই কথা শুনি দেউতাক বৰ হতাশ হৈ পৰিল। তেওঁ কলে, "জীৱনত তোমাক কিহে নিকৎসাহ কৰিছে সেই কথা যদি মই জানো সকলোবোৰ ঠিক কৰিম। তুমি যদি আন এটি কন্যা বিয়া কৰাব খুজিছা কৰাই দিম।" তেতিয়া নানকে উত্তৰত কলে, "মই ঈশ্বৰকেই বিয়া কৰিলো। তেওঁৰ আদেশতেই সমগ্ৰ বিশ্ব চলাৰ দৰেই তেঁৱো মোক এই

বিষয়ে আদেশ দিলে। কোনোবাই ভুল কৰিলেও ভগবানে নকৰে।" তাৰপিচত নানকে তাৰ পৰা গুচি যাবলৈ বাপেক-মাকৰ অনুমতি বিচাৰিলে, "মই আপোনালোকক চাবলৈ আহিম বুলি প্ৰতিজ্ঞা কৰিছিলো, সেই প্ৰতিজ্ঞা মই ৰাখিলো, এতিয়া আপোনালোকক মই কাকুতি কৰিছো মোক যাবলৈ দিয়ক যাতে ভগবানৰ আদেশ মতে মই কাম কৰিব পাৰো।"

নানকৰ লগত আৰু তৰ্ক কৰি লাভ নাই বুলি জানি বাপেক-মাকে বেজাৰ মনেৰে গুছি আহিল।

পাক পট্টনত আকৌ এবাৰ গুৰুৱে শ্বেখ ইব্ৰাহীমক দেখা কৰিবলৈ গ'ল। নগৰৰ বাহিৰত মৰ্দ্দনৰ সতে গুৰু বহিল আৰু এটা স্তুতি গালে: "হে প্ৰভু তুমিয়েই ফলি, তুমিয়েই কলম, তুমিয়েই লিখনিও। সঁচাকৈয়ে তুমিয়েই আমাৰ একমাত্ৰ ভগবান, তোমাৰ অবিহনে আন এজনৰ বিষয়ে কিয় ভাবিম।" শ্বেখ ইব্ৰাহীমৰ এজন অনুগামীয়ে সেই স্তুতি শুনি ইব্ৰাহীমক গৈ কলেগৈ যে নানক আকৌ নগৰৰ উপকণ্ঠত উপস্থিত হৈছেহি। ইব্ৰাহীমে তেওঁক লগ কৰিবলৈ গল আৰু প্ৰণাম জনাই সুধিলে, "আপুনি কয় ভগবান মাত্ৰ এজনহে সঁচা কথা, কিন্তু পথ যে দুটা। কোনটো পথ অৱলম্বন কৰা উচিত আৰু কোনটো পথ বাদ দিয়া উচিত?" গুৰুৱে কলে, "যদি এজনহে ভগবান তেনেহলে তেওঁৰ পথ অৱলম্বন কৰিলেহে তেওঁক পোৱা যাব আনটো পথ অৱলম্বন কৰিলে পোৱা নেযায়। সেই পথেৰেই চলা উচিত। আনটো পথ পৰিহাৰ কৰিব লাগে। জন্মৰ অৰ্থই যদি মৰণ তেনেহলে তাকেই পূজাৰ লক্ষ্য কৰা উচিত নহয়। পূজাৰ লক্ষ্য কৰা উচিত অনন্ত আৰু সমগ্ৰ বিশ্ব যিনি থকা ভগবানকহে।"

সংসাৰ ত্যাগ নকৰিলে ভগবানৰ পথ লব নোৱাৰি, ইয়াকে

কৰলৈ ইব্ৰাহীমে ফৰিদ-উদ্দিনৰ কথা এষাৰ উল্লেখ কৰিলে। তেতিয়া নানকে কলে যে যাৰ মন পবিত্ৰ তেওঁ ঘ'তেই নাথাকক লাগে ভগবানপ্ৰাপ্তি হবই। শ্বেখে তেতিয়া সুধিলে, "ভগবানৰ অন্তৰ যিহে বিমোহিত কৰি ৰাখে সেই বিমোহন কৰা শব্দ, গুণ আৰু মন্ত্ৰ কি ?" নানকে কলে, "বিনয় হ'ল শব্দ, সহিষ্ণুতা হ'ল গুণ, ভদ্ৰতা হ'ল মন্ত্ৰ যি ভগবানৰ অন্তৰ আকৰ্ষণ কৰে।" ইব্ৰাহীমে সুধিলে, "যি আনৰ তেজ শুহি জীয়াই থাকে তেওঁক ভগবানে কেনেকৈ অনুমোদন কৰিব ?" নানকে উত্তৰ দিলে, "গুণৰ ফাঁকত যদি সত্যতাৰ কটাৰী ৰাখে আৰু এই কটাৰীৰে নেলু কাটে তেনেহলে লালসাৰ তেজবোৰ ওলাই পৰিব আৰু ভগবানে তেওঁক গ্ৰহণ কৰিব।" ইব্ৰাহিমে সুধিলে, "যিজনে দুজন শত্ৰুক মিলাই দিয়ে তেনে মধ্যস্থ লোকে ভগবানৰ সতে সাক্ষাৎ হোৱাৰ আৱশ্যক নেকি ?" নানকে কলে, "পবিত্ৰ আত্মাই হ'ল মধ্যস্থ লোক। ভগবান নিজেই হ'ল গুৰু আৰু যি ভগবানক আত্মসমৰ্পণ কৰে তেৱেঁই ভগবানৰ হৈ পৰে।" তেতিয়া শ্বেখে নানকৰ আশীৰ্ব্বাদ বিচাৰিলে। নানকে কলে, "ভগবানে তোমাক আশীৰ্ব্বাদ দিব আৰু ভগবানে তোমাৰ প্ৰাৰ্থনা গ্ৰহণ কৰিব।"

বাটত যাওঁতে গুৰুৱে এজন বৈৰাগীক লগ পালে। বৈৰাগীয়ে আত্মা বিসৰ্জ্জনৰ অৰ্থ ভাঙিবলৈ কলে, নানকে কলে, "যিজনে সকলো বস্তুৰে সৎ ব্যৱহাৰ কৰে কিন্তু নিজৰ বুলি এটাকো নেভাবে, তেৱেঁই সংসাৰ ত্যাগ কৰে। এনেলোকে ভগবানক লাভ কৰে।"

গইন্দৱালত তেওঁ এটা কুষ্ঠ ৰোগী মানুহৰ ঘৰলৈ গল। সেই কুষ্ঠ ৰোগী মানুহটোক কুষ্ঠ ৰোগৰ কাৰণে সকলোৱেই এৰিলে আৰু সেয়ে সি গাঁৱৰ উপকণ্ঠত থাকিবলৈ ললে। এই বিপদাক্ৰান্ত মানুহটোক নানকে কিছুসময় তাত থাকি

পৰিচৰ্য্যা কৰিলে। ৰোগীয়ে নানকক সুধিলে, “হে গুৰু, কেনেকৈ মানুহে ৰোগ আৰ্জ্জি লয় ?” গুৰুৱে উত্তৰত কলে, “ঈশ্বৰক পাহৰি গলে। ৰোগ আমাৰ গাত নাই, আত্মাতহে আছে। মানুহে গাৰ ৰোগ ভাল কৰিব পাৰে, আত্মাৰ ৰোগ কেৱল ভগবানেহে ভাল কৰিব। যাৰ আত্মা নিস্কলুষ, তেওঁ দেহৰ কষ্টক ভ্ৰূক্ষেপ নকৰে, কিন্তু যি শৰীৰৰ প্ৰতি মনোযোগ দিয়ে তেওঁৰ আত্মা চিৰদিনেই ৰুগীয়া হয় !” তাৰপিচত হেনো মানুহটো ভাল হৈ পৰিল আৰু ঈশ্বৰ-ভক্ত হ'ল।

# ৫

"ঈশ্বৰে তেওঁৰ ন্যায় প্ৰতিষ্ঠা কৰিবৰ কাৰণেই
পৃথিবী সৃজিছে।"

—গুৰু নানক

মধ্য পঞ্জাবৰ মাজেদি গৈ নানক চৈয়দপুৰ পালেগৈ। তাত তেওঁ লালোক আকৌ লগ পালে। গুৰুক পাই লালোৱে পাঠান শাসনকৰ্তাৰ অত্যাচাৰ অনাচাৰৰ কথা সবিশেষ বৰ্ণালে। তেতিয়া তেওঁ এইবুলি অভিমত দিলে, "যেতিয়া মানুহ আৰু জাতি উভয়ৰ মাজতেই সৎ গুণ নোহোৱা হয় তেতিয়া সততেই যি কোনো বিষয় পৰিস্থিতিৰ সম্মুখীন হব লগা হয়। পাঠান শাসনৰ যবনিকা পতন সমাগত।" কিয়নো বাবৰে পঞ্জাবত তুমুল যুদ্ধ কৰিছে। দিল্লীৰ সিংহাসন সোনকালেই অধিকাৰ কৰাৰ সম্ভাৱনা আছে। সেয়ে তেওঁ বাবৰৰ আগমন সম্বন্ধে ভবিষ্যত বাণী কৰি এটা স্তুতি গালে।

"অ' লালো, মোৰ মনলৈ আশীষবাণী আহিছে, কওঁ শুনা
মানুহ নিধনৰ সমদল যাত্ৰা আৰম্ভ হৈছে,
সেই সমদললৈ বাবৰ আগবাঢ়ি আহিছে।
আমাৰ মাতৃভূমিৰ দাম
বাবৰৰ কাৰণে তৰোৱালৰ শানিত ধাৰ মাথোন।
মানুহৰ গ'ল ধৰ্ম-কৰ্ম, আঁতৰিল লাজ-ভাব;
পাপেই বিৰাজমান সকলোতে।
গুণী-জ্ঞানী-ব্ৰাহ্মণ-কাজীৰ ইয়াত স্থান নাই
আছে মাথো চয়তানৰহে স্থান।
( সেয়ে ) হিন্দু-মুছলমান তিৰোতাৰ কণ্ঠত বিননিৰ বোল,

পুৰুষৰ কণ্ঠত শক্ৰৰ জয়গান আৰু কপালত নিজে সানি
লোৱা তেজৰ দাগ।
কিন্তু এই নানকে ইয়াৰ মাজতেই গাইছে ঈশ্বৰৰ গুণ ঃ
ঈশ্বৰেই ন্যায় আৰু সমভাবৰ অধিকাৰী
আমাৰ পৰা আঁতৰি আমাৰ সকলো কাৰ্য্য-কলাপ
তেৱেঁই কৰে নিৰীক্ষণ ;
( আৰু চাবা ) আমাৰ দেহা যেতিয়া খণ্ড-বিখণ্ড হৈ যাব
তেতিয়া আমাৰ মানুহবিলাকে মই কোৱা কথা বুজি পাব।”

কিছু দিনৰ পিচতেই বাবৰে এই ঠাই আক্ৰমণ কৰিলে। নগৰো লুটপাট কৰিলে। অনেক মানুহ কাটিলে আৰু বহুতকে আতক কৰি ৰাখিলে। তাৰ ভিতৰত নানক আৰু মৰ্দ্দনো বন্দী হ'ল। এই বন্দীসকলৰ পৰা বাবৰে কাম আদায় কৰিলে। গুৰুক মূৰত গধুৰ বোজা কঢ়িয়াই নিয়া কামত নিয়োগ কৰিলে। মৰ্দ্দনে ঘোঁৰা চহিচ হিচাবে কাম কৰিলে। তাৰ পিচত নানকে ঝাটত শস্য গুৰি কৰা কামো কৰিলে। যেতিয়া আন বন্দীয়ে কাম কৰি কৰি কান্দে আৰু বিনায় তেতিয়া নানকে ঈশ্বৰৰ[১] গুনানোকীৰ্ত্তন কৰে,

“হে প্ৰভু, মই দাস তোমাৰেই ঃ তুমি মোক কিনিলা
আৰু বিনিময়ত দিলা আশীৰ্বাদ
তাৰ বাবে মই ভাগ্যবান কিমান !

---

[১] বিশ্বাসী ভক্তসকলৰ মাজত হেনো কোৱা-মেলা হয় ঃ নানক যেতিয়া ধ্যানত মগ্ন থাকে তেতিয়া নানকৰ মূৰৰ বোজা উপৰলৈ উঠি যোৱা আৰু ঝাট হাতেৰে শস্যবোৰাকৈ ঘূৰা কিছুমান কয়দীয়ে হেনো দেখিছিল।

এতিয়া তুমি মোক বিচাৰিছা যেনেদৰে
মই তোমাক কৰিছো সেৱা তেনেদৰে।
হে প্ৰভু, তোমাৰ ভৃত্য হৈ মই হম তোমাৰ প্ৰতি
কেনকৈ অসত্য ?
তোমাৰ ভৃত্য তোমাৰেই ইচ্ছাধীন,
কেতিযাও তোমাৰ নহয অবাধ্য।
হে করুণাময়, মোৰ পিতা আৰু আই তোমাৰেই দাস :
তোমাৰ দাসৰেই সন্তান মই,
মোৰ পিতা আৰু আয়ে তোমাক পূজে যেনেদৰে
ময়ো তোমাক পূজো তেনেদৰে।
হে কৰ্তা, তোমাৰ যদি লাগিছে পিয়াহ, মই আনি
দিওঁ পানী।
তোমাৰ যদি লাগিছে ভোক, মই গুৰি কৰি দিওঁ পিঠা,
তোমাক দিওঁ বিচি, তোমাক দিও ভৰি পিহি,
নাম লওঁ চিৰদিনেই তোমাৰ।
হে প্ৰভু, তোমাৰ কৰ্তব্য পৰা নাছিলো মই পালন কৰিব,
তথাপি তুমি মোক আনন্দ মনেৰে কৰিলা ক্ষমা আৰু
দিলা আশীৰ্ব্বাদ।
দয়াশীল চিৰদিনেই তুমি, দানশীল সৃষ্টি পাতনিৰ
পৰাই তুমি
তোমাৰ পৰশ অবিহনে নাপায় কোনেও মুক্তি।"

নানকে আনন্দ লাভ কৰিবৰ কাৰণে ঈশ্বৰ বন্দনা কৰা, ধ্যানত বহা আদি কথাবোৰ সেনাপতি মীৰ খাঁৰ কাণত পৰিলত, মীৰ খাঁই বাবৰক জনালেগৈ। বাবৰে নানকক তেওঁৰ ওচৰলৈ আনিবলৈ কলে আৰু ফকীৰক শাস্তি দিয়া উচিত

বুলিও অভিমত দিলে। নানকক বাবৰৰ ওচৰলৈ আনিলত বাবৰে ক্ষমা খুজিবলৈ কলে। কিন্তু নানকে কলে এনেদৰে :

"যাৰ চুলিৰ গোছা চিকমিকায়
আৰু সেওঁতাত সেন্দুৰ দগমগায়
তেওঁলোকৰ চুলি কাটি পেলোৱা হয়
আৰু মূৰত চটিওৱা হয় ধূলি।
যি অট্টালিকাত বাস কৰে তেওঁ এতিয়া জনসাধাৰণৰ
মাজত ঠাই নাপায় :
হে প্ৰভু, তোমাক অভিনন্দন!
তুমি অসীম অনন্ত ; তোমাৰ বেশৰ তুলনা নাই।
যি সৌন্দৰ্য্য আৰু ঐশ্বৰ্য্যই মানুহক মতলীয়া কৰি ৰাখে
এতিয়া সেই সৌন্দৰ্য্য আৰু ঐশ্বৰ্য্যই পৰিণত হয় শত্ৰুত।
যদি মানুহে ফলাফলৰ কথা আগতে ভাবে
তেনেহলে পিচত বেজাৰ পাব লগা নহয়।"

তেতিয়া বাবৰে কলে, "পাঠানৰ উৎপীড়ণৰ পৰা মানুহক মুক্ত কৰিবলৈহে মই ভাৰত আক্ৰমণ কৰিবলৈ আহিছোঁ।" সেই কথাত গুৰুৱে কলে, "সেয়া সঁচা কথা, কিন্তু আপুনি প্ৰজাবৰ্গক অত্যাচাৰ কৰিলে আপোনাৰো একেই দশা হব। এই ঐশ্বৰ্য্য আৰু ক্ষমতাৰ লোভত আপোনাৰ আগতে বহু মানুহ অথলে গল। সেইবোৰ মানুহে কেৱল পাপেই অৰ্জন কৰা নাই বৰঞ্চ চিৰদিনৰ বাবেই নিসঙ্গ। আৰু যি অন্তৰৰ সদ্গুণবোৰ হেৰুৱাই পেলায় তেওঁৰ প্ৰতি ভগবান প্ৰসন্ন নহয়।" "বাবৰ এই কথাত প্ৰত্যয় গল আৰু কলে, "হে অৱতাৰী পুৰুষ, মোৰ পাপৰ কাৰণে মোক ক্ষমা কৰা। দুখীয়া-নিচলা মানুহৰ ওপৰত অত্যাচাৰ নকৰো বুলি মই তোমাৰ আগত

প্ৰতিজ্ঞা কৰিছো।” বাবৰক ‘ভগবানেই তোমাৰ পোহৰ হওক’ বুলি কৈ গুৰু আঁতৰি আহিল।

তেওঁলোক চৈয়দপুৰ নগৰলৈ আহিল। নগৰৰ অনেক মানুহ বাবৰৰ সৈন্যই কাটি খান্তাং কৰিলে। এই বেজাৰতে সমন্ধীয় মানুহবোৰে ইনাই-বিনাই কান্দিবলৈ ধৰিলে। মৰ্দ্দনে এই বিননিৰ বোল শুনি গুৰুক সুধিলে, ‘সামান্য দোষী মানুহৰ লগত ইমানবোৰ নিৰ্দ্দোষী মানুহক কাটি খান্তাং কৰিলে কিয় ?” তেতিয়া গুৰুৱে মৰ্দ্দনক এজোপা বৰ গছৰ তলত জিৰাবলৈ কলে ; অলপ সময় জিৰাই অহাৰ পিচতহে তেওঁ মৰ্দ্দনৰ কথাৰ উত্তৰ দিব। মৰ্দ্দনে গছজোপাত আঁউজি জিৰাওতে টোপনি গল। পৰুৱা এটাৰ কামোৰণিতহে সাৰ পালে। তেতিয়া হাতখনেৰে ভৰিটোত যিমান পৰুৱা পালে তাৰ সৰহভাগকে মোহাৰি মাৰিলে। নানকে সেই দৃশ্য দেখিলে মৰ্দ্দনে নিজৰ প্ৰশ্নৰ উত্তৰ পোৱাৰ আগতেই নানকে কলে, “তুমি এতিয়া নিশ্চয় বুজিছা মৰ্দ্দন, দোষীৰ লগত নিৰ্দ্দোষীৰ মৰণ হয় কেনেকৈ ?” তেতিয়া মৰ্দ্দনে মন্তব্য কৰিলে, “হে গুৰু, তোমাৰ ৰহস্য তুমিহে জানা।”

তাৰ পিচত চাৰিওফালে মানুহবোৰে দুখ-বেজাৰ কৰি থকা দেখি নানকে মৰ্দ্দনক ৰাবাব বজাবলৈ কলে আৰু নিজে স্তুতি গালে :

“হে প্ৰভু, তুমি খোৰাচনক কৰিছা ৰক্ষা
আৰু হিন্দুস্তানলৈ ভয়াবহতা আনিছা নমাই।
ইয়াৰ বাবে তুমি নিবিচৰা অপবাদৰ ভাগী,
পৰিবৰ্ত্তে আমাৰ ধ্বংস আৰু মৃত্যুৰ কাৰণে তুমি পঠাইছা
মংগল

হে প্ৰভু, মানুহে এনেদৰে শান্তি পাই আৰু বিনায় যেতিয়া
তুমি অকণো দুখ নোপোৱা নেকি তেতিয়া ?
হে সৃষ্টিকৰ্ত্তা, তুমি সকলোৰেই গৰাকী।
বলিৰ লগত যতি বলিৰ হয় যুদ্ধ
তেতিয়া নাপায় কোনোৱেই বেয়া।
কিন্তু খকুৱা সিংহই নখেৰে থাপ মাৰি ধৰে এপাল গৰুক যেতিয়া
কৰ্ত্তাইহে তাৰ উত্তৰ দিব লাগে তেতিয়া।
যিসকলে নাশ কৰে অমূল্য ৰত্ন হিন্দুস্থানৰ
যিসকলে বাঞ্ছা কৰে অমঙ্গল হিন্দুস্থানৰ
তেনেলোক গলে গুছি তেনেলোকক নেপেলায় কোনেও মনত।
হে প্ৰভু, তুমি নিজেই দিয়া লগ,
তুমি নিজেই কৰা পৃথক ঃ
এনেকুৱাই মহিমা তোমাৰ !
সমাজত যাৰ আছে ডাঙৰ নাম আৰু নামধাৰী হৈ নিজৰ
ইচ্ছামতে যি আনন্দ কৰে উপভোগ,
তেনেলোক অপদস্থ তোমাৰ বাবে,
তেনেলোক কেচুৰ দৰে তোমাৰ বাবে,
কেৱল খায়, নাভাবে।
কিন্তু সক্ৰীয় হৈয়ো যি ভোগ বিলাসৰ প্ৰতি নিস্পৃহ
আৰু যি তোমাৰ নাম কৰে স্মৰণ
তেওঁইহে জয় কৰে অন্তৰ তোমাৰ।”

বাবৰে এই স্তুতি শুনি নানকক হেনো আকৌ মাতিলে আৰু নানকে যি বিচাৰে তাকেই দিবলৈ সাজু হল। তেতিয়া নানকে কলে, “ভগবানৰ বাহিৰে আনৰ পৰা কিবা খোজা মূৰ্খৰহে কাম।” দয়াশীল হৈ বাবৰে তেওঁৰ অনুৰোধ

ৰাখিবলৈ নানকক জোৰ কৰিলে। নানকে তেতিয়া বাবৰে বন্দী কৰি নিয়া মানুহবোৰক মুকলি কৰি দিবলৈ কলে। বাবৰে তাকেই কৰিলে। তাৰ পিচত বাবৰে নানকক মদ যাচিলে। কিন্তু নানকে বাধা দি কলে, "যি মদে মানুহক খন্তেকৰ কাৰণে নিচাৰে উত্তেজিত কৰে আৰু পিচত শান্ত হলে হতাশাৰ ভাব আনে তেনে মদ মোৰ কোনো ব্যৱহাৰত নাহে। ইয়াতকৈ বেছি নিচা লগা বস্তুত মই মজি আছো।" বাবৰে নানকৰ কথাষাৰ ভুল বুজি ভাৰতীয় মদ যাচিলে। তেতিয়া গুৰুৱে বৰ ৰগৰ পালে আৰু নিজকেই বাখ্যা কৰি স্তুতি গালে ঃ

"তোমাৰ প্ৰেমৰ নিচাত মই আছো মজি
সেয়ে তোমাৰ কাৰণে বলিয়া মই সকলো বাদ দি।
তোমাৰ দৰ্শন লাভৰ বাবে
তোমাৰ দুৱাৰত আহি ভিক্ষা খুজিছো সানুনয়ে।
হে কৰুণাময়, মোক দিয়া ভিক্ষা সেয়ে॥
জাফ্ৰাণ, ফুল, কস্তুৰী আৰু চন্দনে প্ৰতিটোকে সুগন্ধী কৰি তোলে,
সন্তো নিজৰ আত্মাৰ পবিত্ৰতাৰে সুগন্ধী হৈ পৰে।
মাখন নহয় অপবিত্ৰ, ৰেচমৰ গুণ নহয় নষ্ট
( ঠিক তেনেদৰেই ) ভক্তৰ আত্মাও নহয় অপবিত্ৰ।
হে প্ৰভু, তোমাৰ দয়াৰ ভিক্ষা দিয়া নানকক,
যাতে চিৰদিনেই তোমাৰ নাম থাকে সুঁৱৰি
যাতে তোমাক প্ৰবঞ্চনা নকৰে কদাপি॥"

সম্ৰাটৰ পৰা গুৰুৱে বিদায় ললে। যাবৰ সময়ত কলে যে সম্ৰাটে যদি ন্যায়ত থাকে, ধাৰ্ম্মিক লোকক ভক্তি কৰে,

বিলাসক প্ৰশ্ৰয় নিদিয়ে, দুখীয়াৰ প্ৰতি সদয় হয় আৰু কাম কৰিবৰ সময়ত ভগবানক মনত ৰাখে তেনেহলে তেওঁ দুঃখ বেজাৰত নপৰে আৰু তেওঁৰ শাসন বেছি দিন টিকি থাকিব।

তাৰ পিচত নানকে পেচোৱাৰ হৈ শিয়ালকোটৰ ফালে আগবাঢ়িল তাত এজোপা প্ৰকাণ্ড গছৰ তলত গৈ জিৰালেগৈ। এই গছজোপা এতিয়াও আছে। মৰ্দ্দনক তেওঁ নগৰলৈ গৈ প্ৰতিখন দোকানত দুটা আধা অনা পইচা দিবলৈ কলে আৰু এনেদৰে সুধিবলৈ কলে: "মোৰ গুৰুৱে আধা অনা মূল্যৰ সঁচা আৰু আধা অনা মূল্যৰ মিছা কিনিব খুজিছে।" এই আচৰিত কথাত মৰ্দ্দনে বৰ ৰগৰ পালে, কিন্তু গুৰুৱে তেওঁক সত্যতাৰ বিষয়ে কিবা নতুন কথা শিকাব খুজিছে বুলি ভাবি একো নুসুধিলে। এখন দোকানৰ পৰা আন এখন দোকানলৈ গৈ নানকৰ এই প্ৰশ্ন অবতাৰনা কৰিলে। কিছুমানে এই প্ৰশ্ন শুনি মৰ্দ্দনক বলিয়া বুলি ভাবিলে, কিছুমানে ভাবিলে ধেমালি কৰিছে বুলি। কিন্তু মুলা নামৰ এজন দোকানীয়ে এনে প্ৰশ্নত সচকিত হল আৰু কলে, "তোমাৰ গুৰুক কোৱাগৈ জীৱনটো মিছা, মৃত্যুইহে সঁচা।" মৰ্দ্দনে ঘুৰি আহি গুৰুক কোৱাত গুৰুৱে কলে, "এই সচেতন মনৰ মানুহটোক মই চাব লাগিব। ভাব হৈছে মানুহটোৱে বাস্তৱতাকে জানে।" কথামতে মুলাক গুৰুৰ ওচৰলৈ অনা হল। গুৰুৱে মুলাক তেওঁৰ লগত নিব খুজিলে। মুলা কিছু দিনৰ কাৰণেহে লগত গল। পিচত গুচি আহিল। কিন্তু গুৰুৱে দ্বিতীয়বাৰ নগৰলৈ আহোতে মুলাৰ বিষয়ে সোধাত, মুলাৰ পত্নীয়ে মিছা মাতিলে। পত্নীৰ ভাব হ'ল মুলাক লৈ গলে তেওঁ অকলশৰে আকৌ থাকিব লাগিব সেয়ে মুলা দূৰ ঠাইলৈ গল বুলি কলে। মুলাইও ভাবিলে তেনেদৰে ঘূৰি ফুৰিলে ভালদৰে খাবলৈ পোৱা নাযায় বৰং

হাবিব মাজত নোখোৱাকৈ থাকি মৰাৰহে সম্ভাৱনা বেছি। আগৰবাৰত তেওঁ হতাশ হৈছিল। কাজেই নিজৰ পৰিয়ালৰ সতে আৰামেৰে ঘৰত থকাই শ্ৰেয়ঃ। মুলাই গুৰুক প্ৰবঞ্চনা কৰিছে বুলি অনুমান কৰিব পাৰিলে তেওঁ কলে, "এই মানুহ-টোৱে প্ৰতিবাদ কৰে যে জীৱনটো মিছা, মৃত্যুইহে সঁচা, কিন্তু সি নিজেই এতিয়া মিছাৰ প্ৰশ্ৰয় লৈছে। গতিকে লবলৈ দিয়া। কিন্তু কোনে মৃত্যুৰ হাত সাৰিব পাৰে? যি য'তেই নাথাকক সকলোলৈকে মৰণ আহিব!" তাৰ পিচত অতি কম দিনৰ ভিতৰতে মুলাক সাপে খুটিলে আৰু তাৰ বিষতে মৰি থাকিল।

গুৰুৱে ভ্ৰমণ কৰি মিঠানকোট পালেহি। মিঠানকোটত এজন ডাঙৰ মুছলমান চুফী আছে। তেওঁৰ নাম মিয়াঁ মিঠা। পিছে নামটো চাই মানুহজন সিমান মিঠা নহয়। নিজৰ অৱস্থাক লৈ খুব গৌৰৱ অনুভৱ কৰে। নানকে তেওঁক লগ কৰিবলৈ আহিল। নানক আহি পোৱাৰ কথা কোৱাত তেওঁ তেওঁৰ অনুগামীইঁতক কলে, "মই তেওঁক চাবলৈ যাম আৰু সুমথিৰা এটা চেপাৰ দৰে চেপি তেওঁক নোহোৱা কৰিম।" চুফী আহিলত নানকে আথে বেথে সম্ভাষণ জনালে। চুফীয়ে সৰ্ব্বেৰে সুধিলে, : "যদি এজন মানুহে কাৰোবাক গ্ৰহণ কৰে তেনেহলে সেই গ্ৰহণীয় বিষয় হ'ল দুজন—এজন ভগবান নিজেই আৰু আনজন হ'ল মহম্মদ। কিন্তু তুমি দ্বিতীয়জনক গ্ৰহণ কৰা নাই, নতুবা কোৰাণো পঢ়া নাই। তেনেহলে তুমি কেনেকৈ মুক্তি পাবা?" মিয়াৰ কথাত নানকে উত্তৰ দিলে, "মই সত্য পথত চলো, সেয়াই হ'ল মোৰ কাৰণে কোৰাণ পাঠ আৰু ভগবানকে যেতিয়া আত্মসমৰ্পণ কৰিছো আন এজনক নকৰো। কিয়নো যি এজনক ভাল পায়, তেওঁ অন্যজনক ভাল পাব নোৱাৰে।"

তেতিয়া মিয়াঁ মিঠাই সুধিলে, "তেল নহলে কেনেকৈ লেম জলাবা ?" অৰ্থাৎ তেওঁ এইটোৱেই কবলৈ বিচাৰিলে যে পবিত্ৰ কিতাপ কোৰাণ নপঢ়িলে নিজৰ অন্তৰ কেনেকৈ পোহৰ হব ? নানকে কলে, "ধৰা দেহাটো এটা লেম, জ্ঞান হ'ল তেল, ঈশ্বৰ ভক্তি হ'ল ফিটা আৰু সত্যতা হ'ল পোহৰ। এনে লেম জলিলে অন্তৰ তোমাৰ পোহৰ হব আৰু ভগবানক দেখা পাবা। যি জীৱিত অৱস্থাত আনক সেৱা কৰে তেনে লোকে ঈশ্বৰৰ আদালতত আসন পায়।"

তেতিয়া মিঠাই সুধিলে, "জ্ঞান কি ? কেনেকৈ ভগবানক ভক্তি কৰিব পাৰি। কেনেকৈ সত্যতাৰ জোৰ বন্তি জলাব পাৰি ? আচলতে সত্যতা কি ?" নানকে উত্তৰ দিলে, "ভাল পোৱাই হ'ল জ্ঞানী হোৱা ; নম্ৰ ভাবেৰে আত্মসমৰ্পণ কৰাই হ'ল ভক্তি কৰা ; মনত প্ৰত্যয় জন্মিলেই জোৰ বন্তি জলাব পাৰি, ভগবান সকলোতে আছে আৰু সকলো বস্তুৰ অৰ্থ সত্যক জনা। সেয়ে সত্যতা মানেই ভগবান।"

মিয়াঁ মিঠাই সুধিলে, "ভগবানৰ নাম কি যি নাম তেওঁৰ কাৰণে খুব পবিত্ৰ আৰু যি নামে তেওঁক খুব সন্তোষ দিয়ে ?" নানকে উত্তৰ দিলে, "তুমি জড়িত যি কোনো নামেই হব পাৰে। তোমাৰ কাৰণে হ'ল আল্লা।" নানকে আল্লা আল্লা বুলি তিনিবাৰ কৈ মিয়াঁৰ গুৰিৰ পৰা গুচি আহিল।

ইয়াৰ পৰা গুৰু লাহোৰলৈ গল। লাহোৰত এজন লক্ষপতি আছে, নাম দুনি চান্দ। দুনিচান্দে তেওঁৰ ঘৰৰ দুৱাৰৰ সন্মুখত একাধিক পতাকা উৰুৱালে। সেইবোৰ পতাকাৰ অৰ্থ হ'ল যে প্ৰতিখন পতাকাই এক লাখ টকাৰ অৰ্থ বুজায়। এনে লাখ লাখ টকা দুনিচন্দৰ আছে। দুনিচান্দে গুৰুৰ আগমনৰ কথা শুনিলে আৰু তেওঁৰ মৃত পিতাকৰ সন্মানাৰ্থে আয়োজন কৰা ভোজত গুৰুৰ উপস্থিতি ইচ্ছা কৰি

তেওঁক অনুৰোধ কৰিলে যাতে তেওঁৰ উপস্থিতিয়ে ভোজৰ গাম্ভীৰ্য্য বঢ়ায়! নানকে কলে, “আপোনাৰ পৰা মোৰ প্ৰশ্নৰ উওৰ পালেহে মই আহিম।” ছুনিচান্দে নম্ৰ ভাবে সুধিলে, “কি সেই প্ৰশ্ন?” নানকে কলে, “মই এটা সৰু বেজি গোটেই জীৱন ধৰি ৰাখিছো। সেইটো মোৰ পৰা লৈ মই মৰাৰ পিচত মোক নিৰাপদে দিলেহে আপোনাৰ ভোজত অংশ গ্ৰহণ কৰিম। “তেতিয়া ছুনিয়ে সুধিলে, “সেইটো কেনেকৈ সম্ভৱ হব? কেনেকৈ এই পৃথিৱীৰ বস্তু আন এখন পৃথিবীলৈ কঢ়িয়াই নিয়া সম্ভৱ?” তেতিয়া নানকে কলে, “তেনেহলে আপুনি কিয় আপোনাৰ দুৱাৰ মুখত ইমানবোৰ সম্পত্তি প্ৰদৰ্শন কৰিছে যেতিয়া আপুনি সামান্য বেজি এটাও মৃত্যুৰ পিচত নিব নোৱাৰে?” ছুনিচান্দে এই কথাত খুব লাজ পালে। গুৰুৱে পৰামৰ্শ দিয়া মতে তেওঁৰ সকলো সা-সম্পত্তি দুখীয়াৰ মাজত বিলাই দিলে আৰু নিজেই ঈশ্বৰ চিন্তাত আৰু নিঃসহায়ৰ সেৱাত মগ্ন হ'ল।

তাৰ পিচত গুৰু ৰবী নদীৰ পাৰত অৱস্থিত কাটাৰপুৰলৈ আহিল। তেওঁ তাত কিছুদিন থাকিল। ৭ বছৰীয়া এটা সৰু ল'ৰা গুৰুৰ ওচৰলৈ সদায় ৰাতিপুৱা আৰু আবেলি আহিবলৈ ধৰিলে। এদিনাখন নানকে ল'ৰাটোক সুধিলে কিয় সি ইমান কম বয়সত তেওঁৰ ওচৰলৈ আহিব লগা হ'ল। ল'ৰাটোৱে কলে, “মই মোৰ আইক খৰি জ্বলোৱা দেখিছো। খৰি জলাওতে সৰু সৰু খৰিবোৰতহে আগতে জুই লাগে। ইয়াৰ পৰা মই ভাবি পাইছো যে কাৰ শেষ কেতিয়া হয় কোনেও নেজানে। সেই দেখি ভগবানৰ পথ অনুসৰণ কৰিব লাগে, সেয়ে যথেষ্ট।” সেই কথাত নানক খুব সন্তোষিত হ'ল। বয়স্ক মানুহৰ দৰে কথা কোৱা ল'ৰাটো এজন বিদ্বান লোক হৈ পৰিল আৰু পিচত নানকৰ উত্তৰাধিকাৰীৰ ৫ জনৰ ভিতৰত

ল'ৰাটোকো অভিষেক কৰিলে। কম বয়সতে পুৰঠ মনৰ পৰিচয় দিয়াৰ কাৰণে তেতিয়াৰ পৰাই "ৰাবা বুদ্ধ" নামে ল'ৰাটো জনাজাত হ'ল।

কাটাৰপুৰত গুৰু আহি থিতাপি লৈছেহি বুলি জানি দূৰ দূৰণিৰ পৰা তেওঁক ভক্তিৰ অঞ্জলী যাচিবলৈ মানুহ আহিল। তেওঁৰ খ্যাতি হিন্দুস্তানৰ চাৰিওফালে বিয়পি পৰিল। আনকি তেওঁৰ দেউতাকো, নানকৰ পত্নী, ল'ৰা, মাক আৰু অন্যান্য মিতিৰ-কুটুম্ব লৈ আহিল। তেওঁৰ গাত সেই আচহুৱা ধৰণৰ পোচাক, সাংসাৰিক ধৰ্ম্ম পালন কৰা মানুহৰ দৰে সেইবোৰ পিন্ধিছে। মূৰত এটা পাগুৰী, এটুকুৰা কাপোৰ গাত ছটিয়াই লৈছে আৰু ককালত মেৰিয়াই লৈছে অন্য এখন কাপোৰ। পুৱা-আবেলি উপাসনা আদি কৰে। এখন পথাৰতো তেওঁ খেতি কৰিবলৈ আৰম্ভ কৰিলে। ইয়াৰ পৰা যি উৎপাদন হয় সেইবোৰ ৰান্ধি তেওঁক চাবলৈ অহা মানুহক দিয়ে। এনেদৰেই সমূহীয়া পাকঘৰৰ ভেটি গঢ়া হ'ল য'ত জাতি-বৰ্ণ নিৰ্ব্বিশেষে একেলগে খোৱাবোৱা কৰে। বোধকৰো আমাৰ ইতিহাসত প্ৰথমবাৰৰ কাৰণে এয়াই পাৰস্পৰিক সংহতি। এদিনাখন এজন ব্ৰাহ্মণ গুৰুৰ ওচৰলৈ আহি ভিক্ষা খুজিলে। তেতিয়া গুৰুৱে ব্ৰাহ্মণক সেই সমূহীয়া পাকঘৰত আন মানুহৰ লগতে একেলগে খাবলৈ নিৰ্দ্দেশ দিলে। কিন্তু ব্ৰাহ্মণে খাবলৈ অমান্তি হ'ল। ব্ৰাহ্মণে কলে যে তেওঁ নিজে ৰান্ধিহে খায়। আনৰ ৰন্ধা খালে তেওঁ অশুচি হব। প্ৰথমতে তেওঁ মাটিত গাত খান্দে, তাৰ পিচত চিন দিয়ে আৰু গৰুৰ গোবৰেৰে মজিয়াখন লিপি লয়। জুই জলাওঁতে চাই থাকে যাতে কোনো পোক-পৰুৱা জুইত সুমবে আৰু তাৰ পিচতহে ৰান্ধে। মাটি খান্দোতে যদি মাটিৰ তলৰ পৰা কোনো জীয়া বস্তু নাপায় তেনেহলে গুৰুৱে ব্ৰাহ্মণক যিমান ৰান্ধিবলৈ দৰকাৰ সিমান-

খিনি নবন্ধা বস্ত্ৰ দিবলৈ গাত ললে। কিন্তু ব্ৰাহ্মণ মান্তি নহল। নানকে কলে, "আহাৰে আমাক অশুচি নকৰে, পাপী মনেহে অশুচি কৰে।"

মালো আৰু ভাগোৱে গুৰুক সুধিলে যে তপস্যা কৰিলে কিবা ভাল ফল পোৱা যায় নেকি? গুৰুৱে কলে, "তপস্যা কৰাৰ অৰ্থ ঈশ্বৰৰ গুণবিলাক প্ৰত্যাক্ষাণ কৰা। আমাৰ দেহাটোৱেই হ'ল ভগবানৰ মন্দিৰ। দেহটোকেই যদি ইচ্ছা কৰি কষ্ট দিওঁ তেনেহলে ভগবানক সন্তোষ্ট কেনেকৈ কৰিম? মনৰ লালসাক নিঃশেষ কৰা উচিত, কিন্তু দেহাটোক নহয়। মনটোক বাধ্যবাধকতাৰ মাজত ৰাখি জীৱনৰ কাম-কাজৰ পৰা এফলীয়া কৰি স্থিৰ কৰিব নোৱাৰি। বৰং যি কামেই কৰা যায় সেই কামতেই ঈশ্বৰৰ প্ৰতি মন নিবিষ্ট কৰি ৰাখিলেহে স্থিৰ কৰিব পাৰি। যাৰ মন পবিত্ৰ, যি কাৰো অনিষ্ট সাধন নকৰে, যি কোনো ভেদাভেদ নেৰাখি সকলোকে সেৱা কৰে, যি নম্ৰ ভাবে থাকে আৰু যি এই কৰ্ম্মব্যস্ত পৃথিৱীখনত কাম কৰিও বাসনা পৰিত্যাগ কৰে তেৱেঁই পবিত্ৰ লোক।"

গুৰুৱে হেনো এই ঠাইতে এটা অনিন্দসুন্দৰ স্তুতিমূলক কবিতা ৰচনা কৰিলে। কবিতাটিৰ নাম "বাৰমাহা"। বিবাহিত স্ত্ৰীয়ে বিদেশলৈ যোৱা তেওঁৰ স্বামীৰ কাৰণে আকুল হোৱাৰ দৰে গুৰুৱেও ভগবানৰ প্ৰতি থকা তেওঁৰ ভক্তি ভাবক সম্পূৰ্ণই প্ৰকাশ কৰিছে। মাহে মাহে বৰণ সলাই থকা প্ৰকৃতিৰ ৰূপ কবিতাটিত সুন্দৰ ভাবে প্ৰতিবিম্বিত হৈছে আৰু সেই প্ৰতিবিম্বই প্ৰিয়াৰ আঁতৰি যোৱাৰ বেদনা আৰু লগ পোৱাৰ আকুলতা গভীৰতকৈ গভীৰতৰ কৰি তুলিছে।

এজন শিখে তেওঁৰ জীয়েকক বিয়া দিবৰ কাৰণে সহায় বিচাৰি গুৰুৰ ওচৰলৈ আহিল। গুৰুৱে ভাগীৰথ নামৰ এজন

ভক্তক লাহোৰৰ পৰা ৰাতিটো নথকাকৈ কিছুমান সোণৰ অয়-অলঙ্কাৰ আনিবলৈ পঠালে। ভক্তই গুৰুৰ কথা ইমান সাৱধানভাবে পালন কৰিলে যে সোনাৰীয়েও তাৰ লগতে গুৰুৰ ওচৰলৈ আহিবলৈ ওলাল। সোণাৰী আহি গুৰুক দেখি মুগ্ধ হ'ল। পিচত তেওঁৰ ভক্ত হল। তাৰ পৰা গুৰুৱে সকলো বয়-বস্তু দুখীয়াক বিলাই দি তেওঁৰ নতুন ধৰ্ম্মৰ বাণী প্ৰচাৰ কৰিবলৈ সিংহললৈ গল; সিংহলত ৰজা শিৱনাভমক তেওঁৰ পথলৈ আনিলে বুলি কয়।

ইয়াৰ পিচত গুৰুৱেও দক্ষিণফালে ভ্ৰমণ কৰিবলৈ থিৰ কৰিলে। তেওঁৰ সঙ্গী হ'ল চৈদো আৰু ঘীও নামৰ দুজন জাট। এওঁ লোকে গুৰুক ধল পুৱাতে উঠি নদীত স্নান কৰা দেখি ভাবিলে গুৰুৱে জল দেৱতা খাজা খিজাৰক উপাসনা কৰে। এদিনাখন হেনো এওঁ লোকে খাজা খিজাৰৰ ৰূপ দেখা পালে। খিজাৰে তেওঁলোকক কলে যে যেতিয়া তেওঁ পানী হয় তেতিয়া নানক বতাহ হয় আৰু এই বতাহতেই পানী থাকে। এই কথাত ভক্তকেইজনৰ সন্দেহ দূৰ হ'ল আৰু একনিষ্ঠ ভাবে গুৰুৰ সেৱাত ব্ৰতী হ'ল।

দাক্ষিণাত্যলৈ আহোতে বাটতে তেওঁলোকে এটা বিখ্যাত জৈন মন্দিৰ পালে। ইয়াৰ পূজাৰী নাৰভিয়ে গুৰুক দেখা কৰিবলৈ আহিল আৰু কলে, "আপুনি পুৰণি শস্য লয় নে নতুন শস্য লয়? আপুনি গছৰ ফল পাবলৈ গছ জোকাৰে নেকি? যদি তেনে কৰে তেনেহলে আপুনি জীৱন নাশ ক'ৰে। সেয়ে হলে আপোনাক ধাৰ্ম্মিক মানুহ বুলি কোৱাৰ উপযুক্ত নহয়।" নানকে উত্তৰ দিলে, "পানীৰ পৰাই চৈধ্যটা ৰত্ন পোৱা যায়; নদীৰ পাৰত আটাইবোৰ হিন্দুৰ তীৰ্থস্থান; পানীয়ে আমাক ধুই নিকা কৰে; যি পানীয়ে আমাক জীৱন দিয়ে সেই পানীক কেনেকৈ অৱজ্ঞা কৰিব পাৰি? সকলো

বস্তুৰেই জীৱন আছে তেনে স্থলত জীবন নাশ নকৰাকৈ কিবা আছে জানো ? ফুল আৰু পাতৰ জীৱন আছে ; শস্যৰ জীৱন আছে ; গাখীৰ আৰু দৈৰ জীৱন আছে। জ্ঞানৰ দ্বাৰা হে মুক্তি লাভ কৰিব পাৰি, ভগবানৰ আশীৰ্ব্বাদত পোৱা অন্নমুঠিক বাদ দি নহয়।"

সাগৰৰ মাজৰ দ্বীপ এটাইদি যাওঁতে এটা ৰাক্ষসী চেহেৰাৰ মানুহ লগ পালে। সি নৰমাংস খায়। তেওঁলোকক বাটত সি বাধা দিলে। এইবাৰ তেওঁলোকৰ লগত চিহো নামৰ আন এটা জাতো আছিল। তেওঁলোকক দেখি সি জাঠিৰে মাৰি মাংস খাব খুজিলে। চৈদো আৰু ঘীওই আতঙ্কিত হৈ উঠিল আৰু চিঞৰিবলৈ ধৰিলে। কিন্তু গুৰু অলৰ-অচৰ হৈ থিয়হৈ থাকিল আৰু এটা স্তুতি গালে,

"দয়ালু ভগবানৰ আজ্ঞামতে ভক্তই কাম কৰে
নিজৰ ভাগ্য অনুসাৰে ভক্তই ভগবানক অৰ্চ্চনা কৰে
তেনে ভক্ত ভগবানৰ গ্ৰহণীয়।"

এই বিপদৰ সময়তো নানকৰ মুখ নিকা আৰু পবিত্ৰ দেখি সেই ৰাক্ষসী চেহেৰাৰ মানুহটো সলনি হ'ল। পিচত হেনো সি ঈশ্বৰৰ এজন ভক্ত হ'ল।

বাটত গৈ থাকোতে গুৰুৱে মখদুম বাহাউদ্দিন কোৰেচি নামৰ এজন মুছলমান পীৰ লগ পালে। এইজন পীৰে তেওঁৰ আধ্যাত্মিক প্ৰাপ্তি আৰু নিজৰ কীৰ্ত্তি-কলাপৰ কাৰণে খুব গৌৰৱ কৰে। তেওঁৰ আচৰিত আচৰিত কামবিলাক গুৰুৰ আগত বৰ্ণালে। তেতিয়া নানকে কলে, "আপুনি এজন আধ্যাত্মিক চিন্তাধাৰাৰ মানুহ, তথাপি আপুনি আপোনাৰ সেই গুণৰ কাৰণে গৌৰৱ কৰে। ভগবানৰ পথ হ'ল দয়াৰ পথ। যি নিজকে প্ৰশংসা কৰি ভাল পায় তেওঁ ঈশ্বৰক হেৰুৱায়।" এই কথাবোৰে পীৰৰ অন্তৰ চুলেগৈ আৰু সেয়ে

কেনেকৈ ভগবানৰ পথ লব পাৰি তাৰ বিষয়ে উপদেশ দিবলৈ নানকক তেওঁ অধিক সময় থাকিবলৈ কলে। গুৰুৱে কলে,

"একোৱেই যেতিয়া স্থিৰ নহয়, একে ঠাইতে জানো
থাকিব পাৰি ?
মই য'ত থাকিব লাগে তাতহে কেৱল স্থিৰ হৈ থাকিম
ভগবান অকলেই স্থিৰ, মই থাকিম তেওঁতহে
কিয়নো পৃথিৱী, আকাশ, দিন, ৰাতি, চন্দ্ৰ, সূৰ্য্য,
নক্ষত্ৰ, একোৱেই নহয় স্থিৰ।
ৰজা, পীৰ, দেৱদূত, সন্ন্যাসী, মানুহ, গ্ৰন্থ নতুবা
ৰীতি-নীতিও সলনি হয়।
কেৱল ভগবান অথবা তেওঁৰ বাণী অপৰিৱৰ্ত্তনীয়।"

এই কথাত পীৰ শান্ত হ'ল আৰু সুধিলে, "মোৰ গুৰু হিচাবে কাক লম?" নানকে উত্তৰ দিলে, "তোমাৰ ভগবানক, তেৱেঁই আমাৰ সকলোৰে গুৰু।"

ইয়াৰ পৰা গুৰু সিংহললৈ গল। তাৰ ৰজাজনৰ নাম শিবনাভম। শিখ পঞ্জীত এই নামৰ উল্লেখ আছে। ৰজাই যেতিয়া শুনিলে যে ভাৰতবৰ্ষৰ পৰা তেওঁৰ দেশলৈ এজন ফকীৰ আহিছে তেতিয়া ৰজাই কেইবাজনীও অনিন্দ্য-সুন্দৰীকে পঠালে গুৰুৰ মন ভোলাবলৈ। নানকে সেই সুন্দৰীলৈ ঘূৰিকে নেচালে। তেতিয়া ৰজা নিজেই গুৰুৰ ওচৰলৈ আহিল আৰু সুধিলে, "তোমাৰ নাম কি? তোমাৰ জাত? তুমি যোগী নেকি? নানকে উত্তৰ দিলে, "যাৰ অন্তৰাত্মা ঈশ্বৰ চিন্তাত নিমগ্ন হয়, যি তেওঁৰ সত্যত সদায়েই ডুব গৈ থাকে আৰু তাৰ পৰা বিচলিত নহয় সেইজনেই যোগী। হে প্ৰভু, তোমাৰ নাম কি আৰু তোমাৰ জাত? যেতিয়া তুমি

মোক তোমাৰ ওচৰলৈ মাতা তেতিয়া মোৰ মনত উদয় হোৱা প্ৰশ্নৰ উত্তৰ দিবলৈ কওঁ।”

তেতিয়া ৰজাই সুধিলে, “তুমি ব্ৰাহ্মণ নেকি? নানকে কলে, “যি ঈশ্বৰৰ জ্ঞানৰ পানীত স্নান কৰে, কেৱল ভগবানকহে জানে, যাৰ পোহৰে ত্ৰিভুবন ভেদ কৰে তেৱেঁই হ’ল ব্ৰাহ্মণ।”

ৰজাই সুধিলে, “তুমি দোকানী নেকি?” গুৰুৱে কলে, মোৰ জিভাখনেই হ’ল তৰ্জ্জুৰ দাণ্ডি আৰু অন্তৰখন হ’ল তৰ্জ্জু। এই তৰ্জ্জুতেই ভগবানক তোলো আৰু তেওঁৰ নাম উচ্চাৰণ কৰো। কিন্তু এনে দোকান এখনহে আছে, সদাগৰো এজনহে আৰু তাৰ গ্ৰাহকসকলো সকলো একে ধৰণৰেই।”

নানক হিন্দু নে মুছলমান এই বিষয়ে ৰজাই আকৌ সুধিলে। তাৰ উত্তৰত নানকে কলে, “এই দুয়ো পন্থাই একেজন ভগবানৰ গুৰিলৈকে গতি কৰিছে। গতিকে এই মহান সত্যটোক সাৰোগত কৰি তেওঁ মনৰ সন্দেহ দূৰীভূত কৰিছে।”

নানকৰ কথাত ৰজা বৰ সন্তোষিত হ’ল। নানকে যিসকলৰ কথা বৰ্ণনা কৰিলে তেওঁনলোকৰ এজনৰ অৱস্থান আৰু চিন্তাধাৰাৰ বিষয়ে ৰজাই তেওঁক সুধিলে। তেতিয়া নানকে বেচ চতুৰ ভাবেৰে উত্তৰ দিলে, “অৱতাৰী পুৰুষসকল ইমান বেছি বিবেচক যে তেওঁলোকৰ কাৰণে পাৰ্থিব সকলোৱেই অসাৰ—য’ত আনন্দও নাই বেজাৰো নাই, আশাও নাই আকাঙ্ক্ষাও নাই, বৰ্ণও নাই বৰ্ণবোধো নাই, ধৰ্ম্ম উপদেশো নাই—নাই স্তুতিৰ অবাৰিত উচ্চাৰণ। তেনে মানুহে এইবোৰ সকলো পাহৰি ধ্যানত মগ্ন হয় আৰু সেই ধ্যানৰ যোগেদি নিজকে ভালদৰে বুজি পায়।”

এই ৰচনাত ৪০টা চৰণ আছে, সেই চৰণক “প্ৰাণা-চাংলি” বুলি জনা যায়। ই এতিয়া বিদ্যমান নহয়। কঠিত আছে যে নানকৰ কথাত ৰজা ইমান সন্তোষিত হ’ল যে তেওঁ হেনো

নানকক পিঠিত উঠিবলৈ কলে যাতে পিঠিত তুলি লঙ্কাৰ ৰাজপথেদি সমদল যাত্ৰা কৰি নানকক কঢ়িয়াই নিব পাৰে। গুৰুৱে ৰজাক আশীৰ্ব্বাদ দি কলে, "তোমাৰ একান্ত ভক্তিত ভগবান প্ৰসন্ন হওক"। তাৰ পিচত ৰজা, নানকৰ ডাঙৰ উপাসক হৈ পৰিল আৰু তেওঁৰ প্ৰজাৰ কাৰণে বহুতো হিতকৰ কাম কৰিলে। তেওঁ ইমানেই কাম কৰিলে যে প্ৰজাবৰ্গই তেওঁৰ শলাগ ললে এনেদৰে, "পৃথিবীত যিমানবোৰ ভালপোৱা আছে সেই সকলো বোৰকেই জনসাধাৰণৰ আনন্দৰ কাৰণে আমাৰ ৰজাই নিয়োগ কৰিলে। তেওঁ চিৰদিনেই নানকক আৰু ভগবানক স্মৰণ কৰি থাকিব।"

পঞ্জাবলৈ ফিৰি আহি গুৰু আচাল-বাটালাত হোৱা এখন যোগীৰ মেলালৈ যোগীৰ লগত আলাপ কৰিবলৈ গ'ল। সাংসাৰিক মানুহৰ দৰে তেওঁ পোচাক কৰিলে। মেলাত তেওঁক চাবলৈ আৰু শ্ৰদ্ধা জনাবলৈ ইমান মানুহৰ ভীৰ হ'ল যে যোগীবিলাক ঈৰ্ষান্বিত হ'ল আৰু সিহঁতৰ মূখীয়াল ভাংগা ৰস্থে সুধিলে, "কেলেই তুমি কৃত্ৰিম ৰূপ ধৰিছা? কেলেই তুমি গৃহস্থিৰ পোচাক পিন্ধি সন্যাসী বুলি পৰিচয় দিছা? এইবোৰ তোমাৰ গাখীৰ টেঙা কৰাৰ নিচিনা কথা। টেঙা গাখীৰৰ পৰা যেনেদৰে মাখন ঘুটি উলিয়াব নোৱাৰা ঠিক তেনেদৰে কৃত্ৰিম সন্যাসীৰ ৰূপ ধৰি জ্ঞান লাভ কৰিব নোৱাৰা।" তাৰ উত্তৰত নানকে কলে, "অজ্ঞানী মাকেহে লেতেৰা ঘোটনী মাৰিৰে গাখীৰ ঘুটে, ফলত গাখীৰ টেঙা হয়। সাংসাৰিক জীৱন পৰিত্যাগ কৰি আৰু সেই জীৱনৰ প্ৰতি বিতৃষ্ণাৰ ভাৰ লৈ অন্ততঃ সাংসাৰিক মানুহৰ ঘৰত ভিক্ষা কৰিবলৈ যাব নেলাগে। জীৱিত অৱস্থাত যি একো নকৰে মৃত্যুৰ পিচত তেওঁ একোকে নাপায়।"

যোগীহঁতে সুধিলে, "তোমাক অলৌকিক কাম সম্পন্নকৰা

মানুহ বুলি কয়। দুটা বা এটা নেদেখুওৱা নে?” উত্তৰত গুৰুৱে কলে, “সকলো অলৌকিকতা ভগবানৰ বিতুষ্ট বিষয়। মই কেৱল এটা আলৌকিকতাহে বিশ্বাস কৰো, সেয়া হ’ল ঈশ্বৰৰ নাম আৰু সাত্ত্বিক লোকৰ সঙ্গ লাভ। বাকী অসম্ভৱ কামবোৰ যেনে, অগ্নিৰ পোচাক পিন্ধা, বৰফৰ ঘৰত থকা, লোহা খোৱা, সকলো দুখ কষ্ট আঁতৰ কৰা, নিজৰ সমুখলৈ পৃথিবীখনক অনা আৰু নিমিষতে সমগ্ৰ বিশ্বখনক ওজন কৰা —এই সকলোবোৰ কামেই মিছা যদিহে ভগবানে মোক কৃপা নকৰে, যদিহে তেওঁৰ প্ৰকৃত নাম স্মৰণ কৰা আৰু তেওঁৰ সঙ্গ লাভ কৰাৰ আনন্দৰ পৰা বঞ্চিত হওঁ।”

নানকক হেনো সমাধিষ্ঠ অৰ্থাৎ ধ্যানত বহিবৰ কাৰণে এপিয়লা ঘৰত তৈয়াৰী ফটিকা যাচিলে। সেই ফটিকা খাবলৈ গুৰু অমান্তি হ’ল। তেওঁ কলে, “সাধক সমন্ধে যাৰ জ্ঞান আছে, যি তাৰেই চিন্তাত থাকে, তেওঁ ভাল কাম কৰে আৰু ঈশ্বৰক ভাল পায়। তেওঁ সদায়েই ৰাগীত থাকে।”

“তেনেহলে তোমাৰ মতে যোগী কোন?”

“তেৱেঁই হ’ল যোগী যিজনে জ্ঞানৰ তৰোৱালেৰে পঞ্চ ৰিপুক (কাম, ক্ৰোধ, লোভ, মোহ আৰু ঈৰ্ষা) বশ কৰে আৰু কাৰ্য্যকৰণৰ দহটা আৰু বোধ শক্তিৰ পাঁচটা অঙ্গই কেনেদৰে কাম কৰে জানে; যাৰ মন সাত্ত্বিক ভাবাপন্ন, যি গোটেই বছৰ ধৰি তীৰ্থযাত্ৰা কৰে আৰু ফলত নিজৰ অন্তৰাত্মা শুদ্ধ হয় তেৱেঁই হে আচলতে যোগী।”

যোগীহঁতে তেতিয়া তেওঁক তেওঁলোকৰ দলভুক্ত হবলৈ কলে। তেওঁলোকৰ পথৰ অবিহনে কোনেও মুক্তি পাব নোৱাৰে সেই কথাত গুৰুৱে কলে, “টালি মৰা বসন বা কানফুল পিন্ধিলে বা কান্ধত জোলোঙা ললে অথবা লগত মানুহ গলে অথবা মৃৰত হৰিনাৰ শিং পিন্ধিলেই আচল

যোগী নহয়। যি পঞ্চৰিপুক বশ কৰে, কম শোৱে আৰু সামান্য খায়; যি ঈশ্বৰত ভক্তি ৰাখে, কামনা-বাসনাক প্ৰশ্ৰয় নিদিয়ে; যি জ্ঞানবিষয়ক চিন্তা চৰ্চ্চা কৰে আৰু তাৰ জৰীযতে নিজৰ শৰীৰ আৰু মনক পবিত্ৰ কৰি তোলে; ভগবানে যি দিয়ে তাকেই ভাল বুলি গ্ৰহণ কৰে তেৱেঁইহে মোৰ মতে যোগী। এনে যোগীৰ অন্তৰাত্মাই চিৰ দিন ভগবানৰ শুভাশীষ পায়।"

ইয়াৰ পৰা নানক কাশ্মীৰলৈ গল। বেশ-ভূষা হিচাপে তেওঁ হেনো ভৰিত চামৰাৰ পাদুকা আৰু মূৰত টুপী পিন্ধিলে গাটো এডাল ৰচীৰে মেৰিয়াই ললে আৰু নৈষ্ঠিক ব্ৰাহ্মণৰ দৰে কপালত হালধীয়া ৰঙৰ এক অনুলেপন সানিলে। তেওঁৰ লগত গল হাছু নামৰ এজন কমাৰ আৰু চিহান নামৰ কাপোৰত চাপ দিয়া এটা মানুহ। শ্ৰীনগৰত তেওঁলোকে এজন গন্যমান্য ব্ৰাহ্মণ লগ পালে। ব্ৰাহ্মণৰ নাম ব্ৰহ্মদাস। দুটা গাধৰ পিঠিত দুবোজা সংস্কৃত পুথি বোজাই কৰিলৈ তেওঁ নানকক অভিনন্দন জনাবলৈ আহিল। ব্ৰহ্মদাসৰ ডিঙিত এটা পাথৰৰ মূৰ্ত্তি। এই মূৰ্ত্তিটো তেওঁ উদাৰতা বুজাবলৈকে ডিঙিত ওলোমাই লয়। গুৰুৰ আচহুৱা পোচাক দেখি ব্ৰহ্মদাহে সুধিলে, "আপুনি কেনেধৰণৰ ফকীৰ? চামৰাৰ বস্তু ঋষিৰ নিষিদ্ধ অথচ তাকেই আপুনি পৰিধান কৰিছে? গাত ৰচীও মেৰিয়াই লৈছে? আপোনাৰ পথ কি?"

নানকে উত্তৰ দিলে, "পথ মাত্ৰ এটাহে যি পথেৰে গলে একমাত্ৰ দুৱাৰ থনৰ মুখ পাব পাৰি। সত্য উপলব্ধিয়ে সকলোকে সেই পথৰ সন্ধান দিয়ে।"

তেতিয়া ব্ৰহ্মদাসে সুধিলে, "পৃথিবী কেনেকৈ সৃষ্টি হ'ল আপুনি জানে নেকি? সৃষ্টিৰ আদিতে কি কি আছিল, কি কি নাছিল, অনুগ্ৰহ কৰি আমাক কবনে?

উওৰত গুৰুৱে কলে,

"সৃষ্টিৰ আদিতে আছিল গোটেইখন অন্ধকাৰ আৰু খেলিমেলি।
মৰ্ত্ত্য বা আকাশ একোৱেই নাছিল; কেৱল বিৰাজ কৰিছিল ভগবানৰ অবৰ্ণনীয় আৰু আশ্চৰ্য্য মহিমাৰাশি।
নাছিল দিন, ৰাতি, চন্দ্ৰ, সূৰ্য্য, শূণ্যতেই ভগবান হৈছিল প্ৰতিবিম্বিত।
বতাহ, পানী, সৃষ্টৰ উৎস কিম্বা কথা-বতৰাৰ স্থল নাছিল, সৃষ্টি কিম্বা ধ্বংস, আগমন কিম্বা গমন নাছিল।
নৈ, সাগৰ, মহাদেশ, নৰক, স্বৰ্গ, পৃথিবী, পাতাল নাছিল।
ব্ৰহ্মা, শিব, বিষ্ণু নাছিল ; কেৱল আছিল ভগবান।
শৰাধ বিধি, ব্ৰত, পবিত্ৰ গ্ৰন্থ, মন্ত্ৰ, কবচ, ভণ্ডামী নাইবা অন্যান্য কোনো পন্থাই নাছিল।
জাত, অহঙ্কাৰ, মৃত্যু, জীৱন, মানৱ, আত্মা, ৰজা নাইবা প্ৰজা নাছিল।
ভগবান প্ৰসন্ন হোৱাৰ পিছতহে এই পৃথিবীখন তেওঁ স্ৰজন কৰিলে আৰু এতিয়া আমি এই সকলো বোৰ দেখিছো আৰু কৰিছো বিশ্বাস।"

নানকৰ কথাত ব্ৰহ্মদাস আকৃষ্ট হ'ল যদিও নিজৰ জ্ঞানক লৈ গৌৰৱ বোধ কৰিবলৈ নেৰিলে, বৰঞ্চ ভাবিলে যে নানকৰ ধৰ্ম্ম উপদেশে নিজৰ প্ৰচাৰত বাধাহে জন্মাব পাৰে। কিন্তু নানকে ব্ৰাহ্মণৰ মনৰ অৱস্থা অনুমান কৰিব পাৰি এজন গুৰুৰ ওচৰত শৰণ লবলৈ কলে। তেতিয়া ব্ৰাহ্মণে কলে, "মোৰ গুৰুনো কোন হব, যিবোৰ কথা জানিব লাগে মই জানিছোৱেই।" ব্ৰাহ্মণৰ কথা শুনি নানকে তেওঁক এখন অৰণ্যলৈ যাবলৈ নিৰ্দ্দেশ কৰিলে। সেই অৰণ্যৰ মাজত এটা কুটীৰ আছে। কুটীৰত চাৰিজন ফকীৰ থাকে। এওঁ লোকেই ব্ৰহ্মদাসক

তেওঁৰ গুৰু কোন হব কব পাৰিব। ব্ৰাহ্মনে তথাস্তু বুলি কৈ ফকীৰক লগ ধৰিবলৈ গ'ল। ফকীৰে এটা মন্দিৰলৈ তেওঁক আঙুলিয়াই দেখুৱাই কলে যে সেই মন্দিৰতে তেওঁৰ গুৰুক লগ পাব। ব্ৰহ্মদাসে মন্দীৰলৈ গৈ এজনি দিপ্ লিপ্ নগ্ন যুৱতী দেখা পালে। যুৱতীয়ে ব্ৰহ্মদাসক অভিনন্দন জানোৱাৰ পৰিবৰ্ত্তে অপমানহে কৰিলে। সেই ঘটনাটো ফকীৰকেইজনৰ আগত বিবৰি কলত তেওঁলোকে কলে, "এই যুৱতীজনীয়েই হ'ল মায়া। তোমাৰ অন্তৰখন তাইতেই আছে আৰু সেই দেখি তুমি মনৰ শান্তি বিছাৰি নোপোৱা। এই কথাই জ্ঞানী ব্ৰাহ্মণৰ অন্তৰ বিদাৰি গ'ল। ফলত তেওঁ নানকৰ ওচৰলৈ পাৰমাৰ্থিক বিষয়ৰ উপদেশ বিচাৰি আহিল। গুৰুৱে তেওঁক কলে, "জ্ঞানৰ বিষয়ে বিত্যাচৰ্চ্চা কৰিলেই জ্ঞান পোৱা নাযায়। অভিজ্ঞতাৰ যোগেদিহে জ্ঞান আহে ; এই অভিজ্ঞতা আধ্যাত্মিক শৃঙ্খলাৰ মাজেদিহে আহিব লাগিব আৰু নিস্বাৰ্থপৰ ও নিৰহঙ্কাৰী হলে ঈশ্বৰকৃপা লাভ কৰিব পাৰি।"

তাৰ পিচৰ পৰাই ব্ৰহ্মদাহে অহঙ্কাৰ কৰিবলৈ এৰি দিলে ; ধ্যানধাৰণা আৰু আনৰ নিস্বাৰ্থপৰ কাম-কাজত নিজৰ জীৱনটো অৰ্পণ কৰিলে।

গুৰুৱে বগোৱা বাই বাই সুমেৰু শৃঙ্গ পালেগৈ। তাত তেওঁ কিছুমান জনাজাত সিদ্ধ লোকক লগ পালে। অলৌকিক কাৰ্য্য সমাপন কৰা বুলি এওঁলোক প্ৰখ্যাত। যুগ যুগৰ সন্ন্যাসী ৰূপে গোটেই দেশতেই এওঁলোকৰ খ্যাতি বৈ বৈ গৈছিল। নানকে কি অৱস্থাত দেশ এৰি আহিছে আৰু মানুহবোৰে কেনেকৈ কাল কটাইছে সেই বিষয়ে তেওঁলোকে গুৰুক সুধিলে।

গুৰুৱে কলে,

"কলি যুগটো হ'ল কটাৰি, ৰজা হ'ল কচাই;
ন্যায়ৰ নাই নাম-গোন্ধ তাত।
মিছাৰ অন্ধকাৰ সকলোতে বিৰাজমান
উদয় হয়নে নহয় তাত সত্যৰ চন্দ্ৰ, নাজানে অনিশ্চিত
কোনেও।
অজ্ঞতা আৰু মিছাৰ মাজত প্ৰজাবৰ্গ হৈছে সোৰোপালি।
শিষ্যৰ সুৰতেই সুৰ মিলাই গুৰুৱে কৰে নৃত্য ঃ
কাজীয়ে কৰে ন্যায় বিচাৰ কিবা পালেহে অনিত্য।
মুনিহ-তিৰোতাৰ মাজত আছে যি বান্ধোন
সেয়া নহয় প্ৰেমৰ বান্ধোন, সেয়া মাথো উকাৰ বান্ধোন।"

তেতিয়া সিদ্ধসকলে তেওঁক সুধিলে, "তোমাৰ নাম কি? তোমাৰ সম্প্ৰদায় আৰু তোমাৰ ধ্যান-ধাৰনাৰ উদ্দেশ্য? তুমি ক'ত থাকা, কেতিয়া আহিলা আৰু কেতিয়া যাবা?"

উত্তৰত নানকে কলে, "মোৰ মন-প্ৰাণ ঈশ্বৰতেই থাকে, ঈশ্বৰ সকলোৰে অন্তৰত বিৰাজ কৰে। এৱেঁই মোৰ প্ৰকৃত গুৰু এওঁৰ নিৰ্দ্দেশমতেই মই কাম কৰো, ভগবানৰ ইচ্ছা অনুক্ৰমে মই আহিছো আৰু তেওঁ নিৰ্দ্দেশক্ৰমে যাম। মোৰ প্ৰাৰ্থনাই হ'ল তেওঁক উপলব্ধি কৰাৰ একমাত্ৰ উপায়। যি নিজকে বুজি পায়, তেওঁৰ অৱলম্বনো হল এই প্ৰাৰ্থনাই আৰু এই প্ৰাৰ্থনাৰ জৰিয়তেই তেওঁ পৰমাত্মাত বিলীন হয়।"

সিদ্ধসকলে কলে, "পৃথিবীখন এখন মহাসাগৰ আৰু ইয়াৰ মাজেদি যে পাৰ হৈ যাব নোৱাৰি সেই কথা তুমি নাজানানেকি? যি এই মহাসাগৰত থাউনি নাপায় তেওঁ ডুবি মৰে।"

ইয়াৰ উত্তৰত নানকে কলে, "পদুম ফুল বা তেলটুপী চৰাই পানীত উপঙিহে থাকে, নুবুৰে। ময়ো পদুম বা চৰাইৰ দৰে

পানীত থাকো। যি ঈশ্বৰ চিন্তাত মগ্ন থাকে যিজনে লালসাৰ মাজত থাকিও লালসাহীন হৈ থাকে তেনেলোকক দুখ-বেজাৰে নাপায়। তেনেলোকৰ কাৰণে আগমন বা গমন একো কথা নহয়।”

গুৰুৰ এই কথাবোৰৰ অন্তৰ্নিহিত সত্যতাক সিদ্ধসকলে মানি ললে। কথিত আছে যে ইয়াতেই হেনো গুৰুৱে তেওঁৰ দাৰ্শনিক কবিতা ৰচনা কৰিলে। সেই ৰচিত কবিতাক ‘সিদ্ধ গোষ্ঠী’ বুলি কোৱা হয়। সেই কবিতাটোৰ যোগদিয়েই তেওঁৰ ধৰ্ম্ম বিশ্বাসৰ মূল-মন্ত্ৰ প্ৰকাশ পাইছে।

সুমেৰু শৃঙ্গৰ পৰা ঘুৰি আহোতে বাটত গুৰুৱে হাচান আবদান নামৰ ঠাই এডোখৰ ভ্ৰমণ কৰিলে। মুছলমানসকলৰ ই পবিত্ৰ স্থান। ৱালি কান্ধাৰি নামৰ মানুহজনে এই ঠাইডোখৰ অধিকাৰ কৰি আছে। কান্ধাৰি কান্ধাৰৰ ৰহস্যবাদী চিন্তাধাৰাৰ লোক বুলি জনা যায়। তন্ত্ৰ মন্ত্ৰ জানে আৰু নিজৰ জ্ঞানক লৈ গৌৰৱ বোধ কৰে। সি যি কি নহওক, মৰ্দ্দনৰ খুব পাণী গিয়াহ লাগিল। কিন্তু কতোৱেই পানী নাই। কেৱল বালি থকা পাহাৰটোৰ ওপৰতহে পানী আছে। মৰ্দ্দনে ৱালিৰ ওচৰলৈ গৈ পানী খুজিলে। ৱালিয়ে মৰ্দ্দনক কাফেৰ কাৰণে পানী দিবলৈ অমান্তি হ'ল। তথাপি মৰ্দ্দনে এজন মহান হিন্দু সন্ন্যাসীৰ লগত আহিছে বুলি কলে। তেতিয়া ৱালিযে কলে, “তোমাৰ গুৰুৰ যদি কোনো অতি-মানবীয় শক্তিয়েই নাই তেনেহলে তেওঁক সন্ন্যাসী বুলি কিয় কোৱা? আৰু যদি কিবা শক্তিয়েই আছে তেনেহলে প্ৰয়োজনৰে সময়ত পানী পোৱা উচিত।” মৰ্দ্দনে এই কথাত অতিশয় হতাশ হৈ গুৰুক কলেগৈ। গুৰুৱে এক মুহূৰ্ত্ত ভাবিলে আৰু তাৰপিচত মৰ্দ্দনক মাটি খান্দিবলৈ কলে। গুৰুৰ সহায়ত মৰ্দ্দনে কোনোমতে এটা প্ৰকাণ্ড চপৰা এফলীয়া কৰিলে।

চপৰাটো আঁতৰাই দিলত পানী ওলাল। কান্ধাৰিয়ে তাকে দেখি ঈৰ্ষাত তেওঁলোকৰ ফালে এটা প্ৰকাণ্ড শিল দালিয়াই পঠালে। শিলটো গুৰুৱে সোঁহাতে থাপ মাৰি ধৰিলে। ইয়াৰ স্মৃতিচিহ্ন ৰূপে এতিয়াও হাচান আবদালত তেওঁৰ হাতৰ সাঁচ থকা এটা শিল আছে। সাধাৰণতে ইয়াক পাঞ্জা চাহিব ( পবিত্ৰ তলুৱা ) বুলি জনা যায়। পাকিস্তানৰ এতিয়াৰ ৰাজধানীৰ প্ৰায় ত্ৰিশ মাইল দূৰৰ স্ফটিক পানীৰ ঝৰনাৰ মূৰত অৱস্থিত। সকলো ধৰ্মৰ মানুহে এই শিলটোক সন্মান প্ৰদৰ্শন কৰে। নানকৰ নিজ হাতৰ ছাপ বুলি ইয়াক বিশ্বাস কৰে আৰু আজিলৈকে ই তীৰ্থযাত্ৰীৰ কেন্দ্ৰ হৈ আছে। বৈশাখীৰ ( বহাগ ) দিনা ( ১৩ এপ্ৰিল ) ইয়াত এক ডাঙৰ মেলা বহে। দূৰ দূৰনিৰ পৰা হিন্দু আৰু শিখ ধৰ্মাৱলম্বীৰ লোক গোট খায়হি।

# ৬

"মই যেনিয়েই চাওঁ তেতিয়েই প্ৰভু তোমাকহে দেখো।"

—গুৰু নানক

নানকৰ শেষ যাত্ৰা হ'ল মক্কা, মদিনা আৰু মেচোপটেমিয়া। তেওঁৰ লগৰীয়া হ'ল মৰ্দ্দন। তেওঁৰ গাত এযোৰ বেঙুনীয়া পোচাক। হজ কৰিবলৈ যোৱা মুছলমান লোকৰ দৰে দেখি। স্নান কৰি শুচি হবৰ কাৰণে এখন হাতত এটা ঘট, কাষলতিত ধৰ্ম্ম পুথি আৰু এখন প্ৰাৰ্থনা কৰা কঠ। যেতিয়া সময় হয় তেতিয়া তেওঁ গোটা মুছলমানৰ দৰে প্ৰাৰ্থনা কৰে। মুছলমান ধৰ্ম্মাৱলম্বীৰ কাৰণেহে এই হজ যাত্ৰাৰ পথ মুকলি যদিও তেওঁক কোনোবাই বাধা দিয়ে বুলি কাৰো আগত আত্মপ্ৰকাশ নকৰিলে।

যেতিয়া মক্কা পালেগৈ তেওঁৰ ভাগৰ লাগিল। ভৰিও বিষালে। সেয়ে ৰাতি শুই পৰিল। শোওঁতে তেওঁৰ ভৰি দুটা পবিত্ৰ কাবাৰ ফালে মেলি দিলে। কিন্তু এনে কাম আগতে কোনো মুছলমান লোকে কৰা নাই। নানকৰ এই কাৰ্য্য পবিত্ৰ কাবাক কলুষিত কৰিবলৈহে কৰা বুলি বিবেচিত হ'ল। এজন আৰবীয় পুৰোহিতৰ নানকৰ অশিষ্ট আচৰণত ভীষণ খং উঠিল আৰু ভৰিৰে গুৰিযাই কলে, "ধৰ্ম্মনিন্দুক, আল্লাৰ বাসস্থানৰ ফালে যে ভৰি দুটা মেলি দিছ তই নাজান-নেকি?" গুৰুৱে গম্ভীৰ ভাবেৰে কলে," যিফালে আল্লা নাই সেইফালে মোৰ ভৰি দুটা ঘূৰাই দিয়া।" গুৰুৰ কথামতে মুল্লাই ভৰি দুটা বিপৰীত ফালে ঘূৰাই দিলে। কিন্তু সেই-

ফালেও হেনো ভগবানৰ প্ৰতিবিম্ব দেখিলে।[১] তেতিয়া মুল্লা আচৰিত হ'ল আৰু কলে, "আল্লা, আল্লা, এখেত অলৌকিক সম্পন্ন পুৰুষ। মানুহক এখেতে অভিনৱত্ব দেখুৱাব পাৰে।" "মুল্লাই এই ঘটনাটো লগৰীয়া বহুতকে কলেঃ "ক'ৰবাৰ পৰা এজন মহান গুৰু আহিছে, দেৱত্ব প্ৰদৰ্শন কৰে আৰু অলৌকিক কাৰ্য্যও সমাধান কৰে।" বহুতো মানুহ নানকৰ গুৰিলৈ জুম বান্ধি আহিল আৰু তেওঁলোকৰ এজনে সুধিলে, "আপোনা মিনতি কৰিছো আমাক কওক, হিন্দু আৰু মুছলমানৰ ভিতৰত কোন ডাঙৰ?" গুৰুৱে কলে, "যি ভাল কাম কৰে আৰু যি ভগবানৰ চিন্তাত ডুব গৈ থাকে তেৱেঁই ডাঙৰ।"

তাৰ পিচত ৰমজান মাহত তেওঁ ব্ৰত ধৰে নে নধৰে তেওঁলোকে সুধিলে। নানকে কলে, "মই সদায়েই ব্ৰত ধৰো, মোৰ ব্ৰত আনৰ পৰা বেলেগ আৰু মোৰ দৃষ্টি কেৱল এজনৰ ওপৰতহে। মই দয়া সঞ্চয় কৰো আৰু লোভ পৰিহাৰ কৰো; এনেদৰেই মই ব্ৰত ধৰো।"

তেতিয়া তেওঁলোকে সুধিলে, "আপুনি ধৰ্ম্মপুথি কোৰাণ পঢ়েনে?"

গুৰুৱে উওৰ দিলে, "মই কোৰাণ নপঢ়ো, ভগবানে যি নিৰ্দ্দেশ দিয়ে তাকেই কৰো। যি ধৰ্ম্মপুথি পঢ়ে অথচ মন স্থিৰ কৰিব নোৱাৰে তেনেলোকৰ উৎকণ্ঠাৰ অন্ত নাই। কিন্তু যাৰ অন্তৰত প্ৰেমভাব বিৰাজমান তেনেলোকে যিয়েই নকৰক সকলোবোৰ ভগবানৰ পূজাৰ তুল্য। যি লোকে নিজৰ

[১] শিখপঞ্জীত আছে, মুল্লাই নানকৰ ভৰি যিফালেই ঘুৰালে সেইফালে মুল্লাই মক্কা ঘুৰা দেখিলে।

নিজৰ ভগবানক লৈ কাজিয়া কৰে তেনেলোকে আচল ভগবানক পাব নোৱাৰে।”

ভাৰতৰ পৰা অহা বহুতো মুছলমান সন্ন্যাসী, যিসকলে নানকক আগতে লগ পাইছিল তেওলোকেও নানক তেওঁ-লোকৰ মাজত আছে বুলি জানিব পাৰিলে। এই সন্ন্যাসীৰ মাজত শেখ ইব্ৰাহীম, মখদম, বাহাউদ্দিন আদিও আছে। নানকৰ কোনো ধৰ্ম্মৰ প্ৰতি গোড়ামি নথকা কথা আৰু পাৰমাৰ্থিক জীৱন লাভৰ কাৰণে বিভিন্ন সমস্যাৱলীক যেনেভাবে সমাধান কৰিবলৈ চায় সি ৰহস্যজনক—ইব্ৰাহীম—বাহাউদ্দিনে এই বিশ্বাসক মানুহৰ আগত কলে। তেওঁলোকেও গুৰুৰ ওচৰলৈ শ্ৰদ্ধা নিবেদন কৰিবলৈ আহিল আৰু আন মানুহবিলাকক গুৰুৰ লগত কথাৰ কটাকটি নকৰি তত্ব কথা জানিবলৈ কলে। তেতিয়া সকলোৱে নানকক সুধিলে, পৃথিবীৰ মানবে কেনেকৈ ভগবানৰ করুণা লাভ কৰিব পাৰিব? নানকে কলে, “যি পোৱা যায় সকলো বোৰকেই নিৰহঙ্কাৰে তেওঁতেই অৰ্পণ কৰিলে করুণা লাভ কৰিব পাৰি।”

অলপ সময়ৰ পিচত গুৰু মদিনালৈ গল আৰু মদিনাৰ পৰা বাগদাদ পালেগৈ। বাগদাদত নগৰৰ উপকণ্ঠত তেওঁ বহিবলৈ ললে আৰু চিঞৰি চিঞৰি প্ৰাৰ্থনা কৰিলে, “পৃথিবীৰ তলত আৰু ওপৰত লক্ষ লক্ষ অঞ্চল আছে, কোনেও এইবোৰৰ সীমা নাপায়। কেৱল ভগবানেহে জানে কিমান বিশাল তেওঁৰ পৰিসৰ।” এই কথাত মুছলমান পুৰোহিতসকলৰ খং উঠিল, কিয়নো তেওঁলোকে জানে ওপৰত মাত্ৰ পাচখন দেশ আৰু তলতো মাত্ৰ পাচখনহে দেশ আছে। কিন্তু গুৰুৱে যুক্তি দেখুৱাই কলে যে প্ৰভুৰ সীমা নিৰ্ণয় কৰিবলৈ গলে সন্তাপহে মাতি আনিব লাগিব। গুৰুৰ স্মৃতিৰ চিন স্বৰূপে বাগদাদত

এতিয়াও এটা মঠ আছে ; নৈষ্টিক মুছলমান পুৰোহিতে এই মঠৰ তত্ত্বাৱধান লয়।[১]

তাৰ পিচত গুৰু মুলতান হৈ নিজৰ দেশলৈ ঘূৰি আহিল। মুলতানত তেতিয়াৰ দিনত ফকীৰসকলে সঘনে দৰ্শন কৰিছিল। মুলতানত গুৰু উপস্থিত হওঁতে ফকীৰসকলে একাপ গাখীৰ পথালে। গাখীৰ পঠোৱাৰ অৰ্থ হল সেই ঠাই ফকীৰেৰে ভৰি আছে, গুৰুৰ দৰে অন্য লোকে তাত থাকিব নোৱাৰিব। গুৰুৱে গাখীৰত এপাহ মালতী ফুল থলে আৰু ইয়াৰ দ্বাৰাই বুজালে যে যেনেদৰে ফুলপাহ গাখীৰত উপঙি আছে আৰু অলপো গাখীৰ পেলোৱা নাই তেনেদৰে তেৱেঁ তেওঁলোকৰ মাজত মাত্ৰ সুগন্ধী বিলাই থাকিব।

---

[১] মঠৰ বেৰত থকা ফলিত এনেদৰে লিখা আছে :

"গুৰু, অৰ্থাৎ, অৱতাৰী পুৰুষ বাবা নানক ফকীৰ অলিয়াৰ স্মৃতি চিন স্বৰূপে সাতজন সাধু পুৰুষৰ সহায়ত এই প্ৰাসাদটো নতুনকৈ বনোৱা হ'ল।"

৯২৭ হিজৰী ( খৃষ্টাব্দ ১৫২০-২১ )

# ৭

পোহৰতেই পোহৰ লীণ হৈছে আৰু চোৱা, জীৱন সাৰ্থক হৈছে।

—গুৰু অৰ্জ্জুন

গুৰুৰ খ্যাতি দূৰ-দূৰনিলৈ বিয়পিল। সময়ৰ বিবৰ্ত্তনত বয়সে আচোৰ মাৰিলেও মনৰ উদ্যম আৰু শক্তি তেওঁৰ কমি যোৱা নাই। ৰবি নদীৰ সোঁ পাৰত অৱস্থিত কাৰটাৰপুৰত তেওঁ থিতাপি ললে। তীৰ্থযাত্ৰীৰ পোচাকটো বাদ দি তেওঁ গৃহস্থীৰ পোচাক পিন্ধিলে। এই কাৰটাৰপুৰতেই তেওঁৰ পত্নীয়ে পাম চাবলৈ আহি আছেহি। লগত পুতেক লক্ষ্মীদাস। আনটো পুত্ৰ শ্ৰীচান্দ বৈৰাগী ভাবাপন্ন হ'ল। গুৰু উভটি অহা বুলি শুনি ভাৰতৰ চাৰিওকোণৰ পৰা মুনিহ তিৰোতা জুম বান্ধি আহিল তেওঁক শ্ৰদ্ধা নিবেদন কৰিবলৈ আৰু তেওঁৰ পৰা উপদেশ পাবলৈ।

এই কাৰটাপুৰতেই তেওঁৰ একমাত্ৰ লগৰীয়া ও ৰাবাববাদক ( চাৰেংগীৰ দৰে এবিধ যন্ত্ৰ ) মৰ্দ্দনে শেষ নিশ্বাস পেলায়। মৰ্দ্দনৰ পুত্ৰ ছাহজাদাক গুৰুৱে ঘৰলৈ লৈ যায়। ছাহজাদাই বাপেকৰ দৰেই ধৰ্ম্মোপদেশ শুনিবলৈ অহা মানুহৰ আগত নানকে প্ৰাৰ্থনা গীত গালে ৰাবাব বজায়। নহলে নানকে তেওঁৰ লগত ধৰ্ম্মবিষয়ক আলাপ কৰে। শিখ মন্দিৰত মুছলমান ৰাবাব বজাওঁতাসকলে হৰি কীৰ্ত্তন কৰা পৰম্পৰা এতিয়াও আছে আৰু হিন্দু শিখ চাৰেংগীবাদকসকলে যিমান ৰাপ আৰু শ্ৰদ্ধাৰে হৰি কীৰ্ত্তিন কৰে তেওঁলোকেও সমানেই কৰে।

ভাই লেহনা ইয়াতেই গুৰুৰ ভক্ত হয়। পিচত এওঁক অঙ্গদ বুলি জনা যায়। গুৰুৰ পৰমাৰ্থিক আসনখনৰ অধিকাৰীও এৱেঁই হয়। লেহনাই বৈষ্ণো দেবীক পূজা কৰিছিল। বৈষ্ণো দেবীৰ মন্দিৰলৈ তেওঁ আগৰ দৰেই তীৰ্থ যাত্ৰা কৰিবলৈ গল। বাটত তেওঁক এজন শিখে বাধা দি ৰাতিটো থাকিবলৈ আৰু গুৰু নানকক লগ পাই যাবলৈ কলে। লেহনাই কথা-মতে ৰাতিটো থাকিল। নানকৰ সদয় ভাব আৰু জ্ঞান-পিপাসুত তেওঁ ইমান মুগ্ধ হ'ল যে তেওঁ গুৰুৰ শিষ্য হৈ পৰিল আৰু মৰণলৈকে অটল বিশ্বাসেৰে সেৱা কৰিলে।

এদিনাখন গুৰুৱে তেওঁৰ অনুগামীসকলৰ প্ৰমাণ চাবৰ কাৰণে এটা বলীয়া মানুহৰ বেশ ধৰিলে। ফটা-চিটা পোচাক পিন্ধি, হাতত এখন খোলা কটাৰী আৰু কেইটামান চিকাৰী কুকুৰ লগত লৈ হাবিৰফালে খোজ ললে। তেওঁক এনে বেশ-ভূষাত দেখি বহুতো অনুগামী ভয়ত পলাল আৰু কিছুমানে অলপ আগুৱাই যাওঁতে আলিবাটত ভালেমান তামৰ মুদ্ৰা পৰি থকা দেখা পালে। সেইবোৰ মুদ্ৰা দেখা পাই খৰখেদাকৈ উভটিল। যি কেইজনমান থাকিল তেওঁলোকে অলপ আগত ৰূপৰ মুদ্ৰা পালে আৰু মুদ্ৰা লৈ তেওঁলোকো ঘৰলৈ উভটিল। মাত্ৰ দুজন শিখ আৰু লেহনা থাকিল। তেওঁলোকে এটা জ্বলি থকা চিটাৰ ফালে আগুৱাই গ'ল। তাত বগা কাপোৰেৰে মেৰিওৱা এটা মৰা মানুহ আছে আৰু তাৰ পৰা বেয়া গোন্ধ ওলাইছে। ভয় লগা চকুৰে গুৰুৱে ডাঙৰ ডাঙৰ কৈ কলে, "যি মোৰ লগত থাকিব বিচাৰে তেওঁ এই মৰা শটো খাওক।" শিখ দুজন ভয়তে পলাল, কিন্তু লেহনা থাকিল আৰু কলে, "মই মোৰ গুৰুৰ কথা মানিম।" "লগে লগে লেহনা মৰা শটোৰ ফালে আগুৱাই যাওঁতে গুৰুৱে বাধা দি কলে, "এয়েই

যথেষ্ট। মই এতিয়া জানিলো মোৰ পথ অনুসৰণ কৰিবলৈ কিমানৰ নৈতিক সাহস আছে।"

লেহনাই কেৱল পামতেই কাম নকৰে, তেওঁৰ গোটেই অৱসৰ সময়খিনি ঈশ্বৰৰ নাম স্মৰণ কৰাত কটায়। নানকে তেওঁক আনৰ লগত বহুতো প্ৰমাণ কৰি চাইছে। নিজৰ পুতেকে সদায়েই উলঙ্ঘা কৰে আৰু আন অনুগামীসকলে হয় কামত পুলুকা মাৰে নহয় আধা কৰাকৈ এৰে। কিন্তু লেহনাই কোনো দিন গুৰুৰ বিশ্বাস ভঙ্গ কৰা নাই। গুৰুৱে মৃত্যু ওচৰ চাপি আহিছে বুলি জানিব পাৰি লেহনাক তেওঁৰ উত্তৰাধিকাৰীৰূপে অভিষেক কৰিলে আৰু তেওঁৰ সন্মুখত পাঁচ পইচা আৰু এটা নাৰিকল থৈ তেওঁৰ চাৰিওফালে চাৰিবাৰ ঘুৰিবলৈ কলে। আৰু আনজন ভক্ত, ভাই বুদ্ধই স্বীকৃতিৰ চিনস্বৰূপে লেহনাৰ কপালত তিলক লগালে। নানকৰ মহানুভৱতা এনেকুৱাই। এই অভিষেক কাৰ্য্য তেওঁৰ একান্ত ভক্তই স্বীকৃতি নিদিলে তেওঁ অসম্পূৰ্ণ হব বুলি ভাবে।

কিন্তু গুৰুৰ পত্নীয়ে প্ৰতিবাদ জনালে। দুয়োটা পুত্ৰক তেওঁৰ আগলৈ আনি কলে, "মোৰ আৰু ইহঁতৰ দশা কি হব ?" নানকে কলে, "ভগবানেই তোমালোকৰ আশ্ৰয়স্থল। তেওঁৰ ইচ্ছামতেই মোক যি কৰিবলৈ আদেশ কৰিছে তাকেই মই কৰিছো।"

তাৰ পিচত গুৰুৱে তলৰ প্ৰাৰ্থনা গীতটো গালে ঃ

হে কৰ্ত্তা, তোমাক অভিনন্দন, তুমিয়েই স্ৰজিছা আৰু
তুমিয়েই প্ৰত্যেককে নিজৰ নিজৰ কামত লগাইছা।
সেই দিনবোৰৰ অবসান হলে, জীৱন পাত্ৰ পূৰ্ণ হলে
তুমিয়েই দেহা আত্মাৰ পৰা বিচ্ছিন্ন কৰি পেলোৱা।

আত্মা আঁতৰি যায় প্ৰকৃত সময় হলেই ; তেতিয়া আপোন-
জনে বেজাৰতে বিননিৰ ৰোল তোলে।
অ' মোৰ মৰমী, ঈশ্বৰক স্মৰণ কৰিবা ; কিয়নো আমি
সকলোৱেই আঁতৰি যাব লাগিব।
অলপ দিনৰ কাৰণেহে আমি এই পৃথিবীখনলৈ আহো আৰু
তাৰ পিচত আঁতৰি যাওঁ।
সেয়েহে আলহীৰ দৰে আমি ইয়াত সমিল-মিলেৰে
থাকিব লাগে আৰু অহঙ্কাৰ কৰিব নেলাগে।
কিয়নো পৰজগতত কেৱল কাম—কাজবোৰহে হিচাব
লোৱা হয়,
আৰু ভগবানে তেওঁৰ প্ৰেমত যিসকল মজি থাকে তেওঁ
লোককহে কেৱল গ্ৰহণ কৰে।
হে পিতৃ, যিসকলে প্ৰেমত বিনায় তেওঁলোকহে আমাৰ
ভালৰ কাৰণে বিনায়, আমাৰ সম্পত্তিৰ কাৰণে নহয়।
হে প্ৰেম, যিসকলে প্ৰেমৰ কাৰণে কান্দে তেওঁলোকে
আমাৰ কাৰণে কান্দে।
তাৰ পিচত গুৰুৱে তেওঁ শয্যালৈ যোৱাৰ আগতে শিষ্য-
সকলক ঈশ্বৰ বন্দনা গাবলৈ কলে। এই বন্দনাক 'ছোহিলা'
বুলি কোৱা হয়। বন্দনাটো হ'ল।
"অচল-অটল ভাবে বহি থকা মোৰ প্ৰভুৰ বন্দনা গোৱা।
তেওঁৰ সেই নীৰ্ভিক বন্দনাই তেওঁৰ ওচৰলৈকে মন লৈ যায়।
যাৰ দানৰ মূল্য নিৰ্ণয় কৰি উলিয়াব নোৱাৰি, কোনেনো
সেই দাতাক নিৰ্ণয় কৰিব পাৰে ?
ভগবানত লীন হোৱা উৎসৱৰ বছৰ, মাহ আৰু সময়
ঠিক হ'ল,
ছুৱাৰমুখত তেল দিয়া ঢালি মোৰ বন্ধু সকল আৰু
কৰুণাময়ক যাতে লগ পাওঁ মোক কৰা আশীৰ্ব্বাদ।

প্ৰতি ঘৰতেই আজি বা কালিলৈ দূৰনিৰ পৰা আহ্বান
আহিব,
সেই দেখি আত্মাত ভগবানক থাপনা কৰা, কাৰণ
সেই দিনটো
আমাৰ সকলোৰে কাৰণে নিশ্চয় আহিব।”

তাৰ পিচত নানক ধ্যানস্থ হ'ল আৰু মৃত্যু বৰণ কৰিলে। মৃত দেহটো মুছলমানৰ দৰে কবৰ দিব নে হিন্দুৰ দৰে দাহ কৰিব সেই লৈ হিন্দু আৰু মুছলমানৰ ভিতৰত কাজিয়া আৰম্ভ হল। দুয়োটা ধৰ্ম্মৰ মানুহে সমভাবেই শ্ৰদ্ধা কৰে। দুয়ো জাতিৰ বিজ্ঞসকলে মীমাংসা কৰিলে যে উভয়ে তেওঁৰ মৃত দেহৰ ওপৰত ৰাতিটোৰ কাৰণে ফুল ৰাখিব আৰু যাৰ ফুল প্ৰথমতে মৰহি যাব তেওঁলোকেই আন ধৰ্ম্মৰ লোকক সত্য-কাৰ কৰিবলৈ দিব লাগিব। কিন্তু ৰাতিপুৱা উভয় দলৰে ফুলবিলাক অকণো মৰহি নোযোৱাকৈ আগৰ ধৰণেই পালে। যেতিয়া তেওঁলোকে দেহাৰ ওপৰৰ পৰা কপাহী কাপোৰখন আঁতৰাই পেলালে তেতিয়া হেনো দেহাটো নেপালে, পালে কেৱল নিৰ্জ্জনতা আৰু ৰাশি ৰাশি ফুল। তেতিয়া মীমাংসা কৰিলে যে তেওঁলোকে কাপোৰ টুকুৰা সমানে ভাগ কৰি লব আৰু এটা দলে কাপোৰ পুতিব আৰু আনটোৱে জুইত পুৰি পেলাব।

নিজৰ জীবিত অৱস্থাত সাধুকথা হৈ পৰা এই অসাধাৰণ আৰু ৰহস্যজনক মানুহজনৰ আত্ম-বৃত্তান্ত এনেদৰেই শেষ হ'ল। নিজৰ জীৱনটোৱেই নহয়, সকলো জীৱনেই তেওঁৰ কাৰণে সত্যৰ এক জলন্ত পৰীক্ষা মাত্ৰ। যি জীয়াই থাকে তেওঁ দুখ-কষ্ট ভোগ কৰে আৰু তাকে চাই থাকে, কিন্তু নানকে আঁতৰলৈ চাইছিল। অৱশ্যে তেওঁৰ অৱস্থান আছিল

আমাৰ মাজতেই তথাপি তেওঁ ইমান দূৰত আৰু বহুতৰ কাৰণে তেওঁ এক সপোন। জীৱনটোৰ এক অৰ্থ আছে; আত্মাক সমগ্ৰ শৰীৰৰ লগত একীভূত কৰি আনহাতে তাৰ পৰা বিচ্ছিন্নও কৰি তেওঁ জীৱনৰ অৰ্থ বিচাৰি পালে। সক্ৰিয় হৈও নিস্পৃহ অথচ সামগ্ৰিক আৰু পূৰ্ণতৰ ভাবে জীৱন নিৰ্ব্বাহ —যি নিৰ্ব্বাহে মানুহলৈ মুক্তি আৰু সুখ-স্বাছন্দ্যতা কঢ়িয়াই আনে তেনে জীৱনৰো তেওঁ অৰ্থ পালে।

## নানকৰ উক্তি

"সত্যই হ'ল সকলো কিন্তু সেই সত্যক জীৱনত প্ৰয়োগ কৰি জীয়াই ৰাখিলে তাৰ প্ৰকাশ আৰু মহানতৰ হয়"

## ভগবান সম্পৰ্কে

একক। বৰ্ত্তমান ও ভৱিষ্যত অস্তিত্ব। সত্যতা। সৰ্ব্ব-ব্যাপি। সৃষ্টিকৰ্ত্তা। পুৰুষ। অভয়। ঘৃণাহীন। অনাদি-অনন্ত। অদেহী। স্বয়ম্ভু। পোহৰদাতা। দয়ালু। (মূল মন্ত্ৰ, গু. না., বা শিখ ধৰ্ম্মগ্ৰন্থৰ আৰম্ভনিৰ মূল সূত্ৰ)।

আৰম্ভনিতো সঁচা, সত্য যুগতো সঁচা, এতিয়াও তেওঁ সঁচা আৰু ভবিষ্যতেও সঁচা হৈ থাকিব। (জপ, গু. না.)

ভগবান নিজে নিযুক্তি পোৱা নাই নতুবা নিজে সৃষ্টি হোৱা নাই। তেওঁ স্বয়ম্ভু, তেওঁ পবিত্ৰ। (জপ, গু. না. ৫)

ভাল কামৰ জৰিয়তে ভাল জীৱন লাভ কৰিলেও ভগবানৰ কৃপা আৰু আশীৰ্ব্বাদৰ যোগেদিহে মুক্তি লাভ কৰিব পাৰি।
(জপ, গু. না. ৫)

তেওঁৰ জ্ঞান সীমাহীন। আনকি জানিলেও সেই সীমাহীন জ্ঞানৰ কথা মই কব নোৱাৰো? (জপ, গু. না. ৫)

ভগবানক সন্তুষ্ট কৰা বস্তু মাত্ৰেই ভাল। (জপ, গু. না. ১৬)

হে আদি কৰ্ত্তা, মায়া আৰু কাৰ্য্যক তুমিয়েই সৃষ্টি কৰিলা। তোমাক অভিনন্দন জনাওঁ যে তুমি সত্য, সুন্দৰ আৰু কৰুণাময়। (জপ, গু. না. ২১)

তেওঁৰ মহানতাৰ বিষয়ে তেওঁহে জানে। (জপ, গু. না. ২৪)

সকলো ঠাইতেই ভগবান বিৰাজমান। আৰু তেওঁৰ মহিমাও তেওঁৰেই ইচ্ছাধীন। (জপ, গু. না. ৩১)

বিজনে ভগবানৰ দৰ্শন পাই তেওঁহে অকল ভগবানক জানে। (আশা, গু. না. ৪ : ২)

ভগবানৰ মৃত্যুও নাই, বেজাৰ কৰোতাও নাই।
(আশা, গু. না. ৪ : ৩)

ভগবান দানশীল আৰু তেওঁৰ দানো অপৰিসীম।

( আশা, গু. না. ৪ : ৩ )

যাৰ দানৰ মূল্য নিৰ্ণয় কৰি উলিয়াব নোৱাৰি, কোনেনো সেই দাতাক নিৰ্ণয় কৰিব পাৰে ?

( গৌৰী দীপকী, গু. না. ৪ : ১ )

চেকেণ্ড, মিনিট, ঘণ্টা, দিন, ৰাতি, ঋতু পৰিবৰ্ত্তন—এই সকলোবোৰ যেনেদৰে সূৰ্য্যৰেই সৃষ্টি, ঠিক তেনেদৰেই একক ভগবানে তেওঁৰ সৃষ্টিৰ বহুতৰ মাজেদি ভেদ কৰি যায়।

( আশা, গু. না. )

সহস্ৰ তোমাৰ চকু, তথাপি তোমাৰ জানো চকু আছে ?
সহস্ৰ তোমাৰ আকাৰ, তথাপি তোমাৰ জানো আকাৰ আছে ?
সহস্ৰ তোমাৰ পদ্ম-চৰণ, তথাপি তোমাৰ জানো চৰণ আছে ?
ঘ্ৰাণ লবলৈ সহস্ৰ তোমাৰ নাক, তথাপি তোমাৰ জানো নাক
আছে, হে মহিমাময় ?

তুমিয়েই শক্তিস্বৰূপে এই সকলোতেই জিনি আছা,

( ধাত্ৰী, গু. না. ৪ : ৩ )

সনাতন ভগবানৰ মতে সাক্ষাৎ হলেহে আচল সত্য উপলব্ধি কৰা যায় আৰু সেই উপলব্ধিৰেই আত্মাও শুদ্ধ হয়।

( শ্ৰীৰাগ, গু. না. ৪ : ১০ )

মই মোৰ কৰ্ত্তাক লগ পোৱাৰ পিচত মোৰ অন্তৰাত্মাত মঞ্জুৰিত হোৱা কামনা-বাসনা আৰু ইপ্সিত ভাবক পৰিত্যাগ কৰিলো।

( শ্ৰীৰাগ, গু. না. ১ : ১১ )

যদি আমি ভগবানক ভয় নকৰো আৰু তেওঁৰ আশীষ বাণীক গ্ৰহণ নকৰো, তেনেহলে কেনেকৈ আমি ভীতিহীন হম ?

( শ্ৰীৰাগ, গু. না. ২ : ১১ )

যি আমাক জীৱন আৰু আত্মা দিছে, তেঁৱেই আমাক শান্তিও দিছে, আমি তেওঁক লাভ কৰিলেই সেই শান্তি পাওঁ।

( শ্ৰীৰাগ, গু. না. ২ : ১১ )

আমাৰ অন্তৰাত্মাও ভগবানক পোষণ কৰিলেহে আমি যে তেওঁৰ কৃপা লাভ কৰো আৰু আমাৰ কলুষ কালিমা ধুই নিয়ে সেই কথা উপলব্ধি কৰিব পাৰো। ( শ্ৰীৰাগ, গু. না. ৩ : ১২ )

নিজৰ উপাস্য দেৱতাৰ বাহিৰে পত্নীয়ে ( ভক্ত ) যদি আন কাৰোবাক ভাল পায় তেনে পত্নী অভিশপ্ত হয়।

( শ্ৰীৰাগ, গু. না. ১ : ১৩)

যিজনে একে পোহৰকেই সকলো ঠাইতে বিয়পি পৰা দেখে আৰু গুৰুৰ অবলম্বিত পথৰ মূল গুণাবলীক উপলব্ধি কৰে তেনেলোকে নিজৰ অন্তৰাত্মাতেই ভগবানক অনুভৱ কৰে।

( শ্ৰীৰাগ, গু. না. ৪ : ১৪ )

আত্ম গৰ্ব্বিত লোক ভগবানৰ পৰা আতৰি যায়।

( শ্ৰীৰাগ, গু. না. ৪ : ১৮ )

ভগবানেই আনন্দ উপভোগ কৰে আৰু সেই আনন্দৰ উৎসও তেঁৱেই হয়। তেঁৱেই কইনা আৰু তেঁৱেই শয্যা-শায়ীনীৰ স্বামী। তেঁও সৰ্ব্বব্যাপী। তেঁৱেঁই মাছমৰীয়া, তেঁৱেই মাছ, তেঁৱেই জাল, তেঁৱেই নদী, আৰু তেঁৱেই এই সকলোবে গৰাকী। ( শ্ৰীৰাগ, গু. না. )

তুমিয়েই জ্ঞানৰ নৈ। সেই নৈৰ সাধাৰণ মাছ হৈ মই তোমাৰ পৰিব্যাপ্তি কেনেকৈ জানিম ? ( ইবিদ )

মই মাছমৰীয়াকো দেখা নাই, জালো দেখা নাই, কিন্তু যেতিয়া কষ্ট পাওঁ তোমাক সোঁৱৰো।

( শ্ৰীৰাগ, গু. না. ২ : ৩১ )

তুমি ওচৰতো আছা, দূৰৈতো আছা, মাজতো আছা, নিজে দেখিছা, শুনিছা আৰু তুমিয়েই সকলো স্ৰজিছা।

( শ্ৰীৰাগ, গু. না. ৪ : ৩১)

তেঁৱেই সত্য-সনাতন আৰু সত্যকেই তেওঁ পৰিগ্ৰহণ কৰে।

( শ্ৰীৰাগ, গু. না. ২ : ৩২ )

ভগবানেই হ'ল অধীশ্বৰ আৰু তেঁৱেই . সকলোৰে স্ৰজনকৰ্ত্তা

( শ্ৰীৰাগ, গু. না. ১ : ৭৯ )

সৃষ্টি আৰু সংহাৰ কাৰ্যত তেওঁ আনৰ উপদেশ নিৰ্বিচাৰে। দিয়া আৰু নিয়া কাৰ্য্যও তেওঁৰ ইচ্ছাধীন।

( শ্ৰীৰাগ, গু. না. অষ্টপদী ৪ : ১ )

ভগবানৰ কৃপা সকলোৰেই বাবে হলেও যোগ্যজনৰ প্ৰতিহে তেওঁ দয়া পৰবশ হয়। ( শ্ৰীৰাগ, গু. না. অষ্টপদী ৪ : ১

আমি সকলোৱেই ভগবানৰ নকন্যা আৰু তেওঁৰ সন্তোষৰ বাবেই আমাৰ বেশ-ভূষা; কিন্তু যদি আমি আমাৰ সৌন্দৰ্য্যক লৈ গৌৰৱ কৰো তেনেহলে আমাৰ কইনা পোচাকটোৰ বাহিৰে একোৰেই সাৰ্থকতা নাথাকিব।

( শ্ৰীৰাগ, গু. না. অষ্টপদী ১ : ২ )

হে প্ৰভু, তোমাৰেই তুমি মহিমাময়। তোমাৰ মহি-মাৰেই তুমি উদ্ভাসিত হোৱা। তুমিয়েই অমূল্য ৰত্ন আৰু তুমিয়েই সেই ৰত্নৰ মূল্য নিৰ্ণয়কাৰী, তুমিয়েই সন্মান আৰু গৌৰবৰ অধিকাৰী, আৰু তুমিয়েই সন্মান আৰু গৌৰব দান কৰা। ( শ্ৰীৰাগ, গু. না. অষ্টপদী ১ : ৩)

ভগবান অকলেই পবিত্ৰ, বাকী সকলো মায়া মোহত আৱদ্ধ। ( শ্ৰীৰাগ, গু. না. অষ্টপদী ৪ : ৩ )

হে প্ৰভু, তুমি অদৃশ্য অথচ তুমি প্ৰত্যেকৰে অন্তৰত বিৰাজমান। ( শ্ৰীৰাগ, গু. না. অষ্টপদী ২ :৩ )

ভগবানৰ প্ৰতি ভক্তি নাথাকিলে অন্তৰত সাহস নহয় কিয়নো তেওঁৰ অবিহনে গোটেইখন অন্ধকাৰময়।

( শ্ৰীৰাগ, গু. না. অষ্টপদী ৩ : ৩ )

সকলোৱে কয়, "তুমি শ্ৰেষ্ঠতকৈ শ্ৰেষ্ঠতৰ, "কিন্তু হে প্ৰভু, তোমাক কোনে দেখিছে? মোকো গুৰুৱেহে দেখুৱালে আৰু তাৰ পিচত মই যেনিয়েই চাওঁ তেনিয়েই তোমাক দেখো।

( শ্ৰীৰাগ, গু. না. অষ্টপদী ৮ : ৩ )

হে ঈশ্বৰ, তোমাৰ ইচ্ছাতে আমাৰ সকলোৰে সৃষ্টি, কিন্তু তোমাৰ ইচ্ছামতেই জানো আমি সকলো কাম কৰো? তোমাৰ ইচ্ছাতেই আমি মৰণশীল, কিন্তু তোমাৰ ইচ্ছামতেই আমি জানো সত্যত বিলীন হওঁ

( শ্ৰীৰাগ, গু. না. অষ্টপদী ৮ : ৪ )

ভগবানেই আমাৰ একমাত্ৰ শুভেচ্ছাজ্ঞাপক। তেঁৱেই হ'ল আল্লা, তেঁৱেই জ্ঞানৰো অতীত, তেঁৱেই মহিমাময়, তেঁৱেই সৃষ্টিকৰ্ত্তা আৰু তেঁৱেই কাৰ্য্যকৰনৰ হেতু।

( শ্ৰীৰাগ, গু. না. অষ্টপদী ৬ : ১৭ )

তেৱেঁই হ'ল দাতা ; তেওঁৰ দান লওঁতাই কয়, যথেষ্ট, আৰু নালাগে।" ( জপ, গু. না. ১ : ৩ )

সকলো ঈশ্বৰৰে দান। এই দানৰ ওচৰত মানুহৰ হাত নাই। কিছুমানে সজাগ হৈ থাকিও সেই দান নাপায় আৰু আন কিছুমানক তেওঁ টোপানিৰ পৰা জগায়ো আশীৰ্ব্বাদ দান কৰে। ( শ্ৰীৰাগ, বৰ, শ্লোক গু. না. )

ভগবানেই প্ৰকৃতি শ্ৰজন কৰিছে আৰু তেঁৱেই সেই প্ৰকৃতিত জিনি আছে। ( শ্ৰীৰাগ, বৰ, শ্লোক গু. না. )

এই পৃথিবীখন সংশয়ৰ দ্বাৰা বিপথগামী হৈছে অথচ সেই

অৱস্থাকো আওকান কৰি যেনি-তেনি ঘূৰি ফুৰাও লোক আছে। তুমি নাথাকিলে এইয়া জানো সম্ভৱ হয়?

(শ্ৰীৰাগ, গু. না.)

ভগবানে মোৰ দোষগুনক বেয়া নাপায় আৰু তেঁওৰ স্বাভাবিক প্ৰকৃতিৰে মোক আকোৱলি লয়। সেয়ে এতিয়া আনকি তপত বতাহেও মোক স্পৰ্শ কৰিব নোৱাৰে।

(শ্ৰীৰাগ, গু. না.)

তুমি যোগীৰ মাজত যোগী, মদপীৰ মাজত মদপী। হে করুণাময়, তোমাৰ মহিমা স্বৰ্গ, মৰ্ত্ত্য আৰু পাতালত কোনেও বুজি নাপায়। (শ্ৰীৰাগ, গু. না.)

পৃথিবীখন অন্ধ, আৰু ভগবানৰহে কেৱল দৃষ্টি আছে।

(আশা, ২ : ৪)

হে কৰ্ত্তা, সকলো দুখ-চিন্তাৰ কাৰণ তুমিয়েই তেনেস্থলত পাৰ্থিব জগতখনৰ প্ৰতি মই কিয় আৰু কি কাৰণে নতশীৰ হৈ থাকিম? (আশা, গু. না. ২ : ৪)

আমাৰ মনৰ ভিতৰত যিমান সঙ্গীত আছে, হে প্ৰভু, সিমানেই তোমাৰ ধ্বনি আছে। যিমান আকাৰ আছে সিমানেই তোমাৰ দেহও। জুতি লবৰ কাৰণে তোমাৰ জিভা আছে আৰু গোন্ধ লবৰ কাৰণে নাক আছে। (আশা, গু. না. ১ : ৫)

তোমাৰ নাম মহান, তোমাৰ বিচাৰ সত্য, তোমাৰ আসন অনন্ত কালৰ কাৰণে; তুমি আমাৰ কথা জানা, আমাৰ মনৰ ভাবো উপলব্ধি কৰিব পাৰা, তোমাৰ দানো উদাৰ, তুমি সকলোতেই আছা আৰু সেই কাৰণে তোমাৰ গৌৰৱ হল মহান গৌৰৱ।

নানক: তোমাৰ কৰ্ম্মৰ কথা কোনেও কব নোৱাৰে, কিয়নো এতিয়া কি আছে আৰু ভৱিষ্যতে কি হব সেই সকললোবোৰ তোমাৰ ইচ্ছাৰ কথা। (আশা, গু. না. বৰ)

তোমাৰ গোটেই বিশ্ব-ব্ৰহ্মাণ্ড সত্য, তোমাৰ ভৌম-মণ্ডল সত্য, তোমাৰ স্তৱসমূহ সত্য, তোমাৰ সৃষ্টিৰ আকাৰ সত্য, তোমাৰ কৰ্ম্ম সত্য, তোমাৰ কল্পনা সত্য, তোমাৰ আদেশ সত্য, তোমাৰ আদালত সত্য, তোমাৰ মহিমা সত্য, তোমাৰ বক্তব্য সত্য, তোমাৰ দয়া সত্য, তোমাৰ চিন সত্য, তোমাৰ দীপ্তি আৰু সভ্যতাৰ প্ৰকাশ সীমাহীন। তুমি সত্য সনাতন, তোমাতেই সকলো শক্তি, সকলো ঐশ্বৰ্য্য নিহিত আছে। তোমাৰ প্ৰশংসা, তোমাৰ শলাগণি সত্য, হে সত্য অধীশ্বৰ, তোমাৰ সকলো মহিমাই সত্য। (আশা, গু. না. বৰ, শ্লোক গু. না.)

নানক: ভগবানে তেওঁৰ আইন অনুসাৰিহে কাম কৰে আৰু বাচ-বিচাৰ ৰাখিও কৰে। (আশা, গু. না., বৰ)

প্ৰভুৰ ভয়তেই বতাহ ভিন্নস্বৰী হৈ বয়। প্ৰভুৰ ভয়তেই সহস্ৰ নদী বয়। তেওঁৰ ভয়তেই অগ্নিৰ প্ৰকোপ চৰা হয়। তেওঁৰ ভয়তেই ধৰিত্ৰী বশ হয়। তেওঁৰ ভয়তেই ডাৱৰবোৰ ভ্ৰমি ফুৰে। তেওঁৰ ভয়তেই ধৰ্ম্ম-ৰাজে দুৱাৰমুখত থিয় হয়। তেওঁৰ ভয়তেই সূৰ্য্যই পোহৰ দিয়ে, চন্দ্ৰমুখৰ হয়। অনাদি-কাল চন্দ্ৰ-সূৰ্য্য ঘূৰে আৰু এই ঘূৰণৰ সীমা-সংখ্যা নাই। তেওঁৰ ভয়তেই সিদ্ধ, বুদ্ধ আৰু নাথসকলৰ সৃষ্টি। তেওঁৰ ভয়তেই আকাশখন পৃথিবীৰ ওপৰত ধনুভিৰীয়া হৈ আছে। তেওঁৰ ভয়তেই যুজাৰু আৰু বীৰসকলৰ অঙ্গ-প্ৰত্যঙ্গ শক্ত-আৱত। তেওঁৰ ভয়তেই অলেখ মানুহ আহে আৰু যায়। তেওঁৰ এই পৰোয়ানা সকলোৰেই ওপৰত জাৰি কৰে। নানকে কয়: "প্ৰকৃত কৰ্ত্তা অকলেই নিৰ্ভীক।"

(আশা, গু. না, বৰ শ্লোক, গু. না.)

হে প্ৰভু, তুমি সত্য-সনাতন আৰু সকলোতেই তুমি সত্য-ৰূপেই প্ৰকাশ পোৱা। (আশা, গু. না. বৰ)

হে প্ৰভু, তুমিয়েহে শ্ৰষ্টা তেনেস্থলত মই শ্ৰজাৰ প্ৰশ্নই নুঠে। মই শ্ৰজিলে একো শ্ৰজনেই নহব। ( ইবিদ, শ্লোক, গু. না. )

হে প্ৰভু, তোমাৰ সৃষ্টিতেই দীপ্তি উদ্ভাসিত হয় আৰু সেই দীপ্তিৰ যোগেদি তোমাক জনা যায়। তুমি নিৰ্গুণ, অথচ সকলো গুণ তোমাতেই আছে। ( ইবিদ )

আমাক প্ৰতিপাল কৰা ভগবানক কওঁহক, "সকলো অভিনন্দন তোমালৈকে।" নানকে কয়ঃ "কৰ্ত্তাৰ লগত আদেশেৰে কাম নহয়; প্ৰাৰ্থনাৰেহে হয়।" ( ইবিদ )

যি সেৱাৰ দ্বাৰা ভগবানৰ শঙ্কা দূৰীভূত নহয়, তেনে সেৱাৰ পৰা লাভ কি? নানকে কয়ঃ প্ৰকৃত সেৱক সেইজনেই যিজনে কৰ্ত্তাত লীন হয়। ( ইবিদ )

প্ৰভূৱে যি কাম কৰিবলৈ দিয়ে মই তাকেই কৰো। ( ইবিদ )

প্ৰলোভিত অৱস্থাত ঈশ্বৰত মন-প্ৰাণ সপি দিয়া, তেওঁৰ নিৰাকাৰ ৰূপে সেই প্ৰলোভন দূৰ কৰিব।

( ধনশ্ৰী, গু. না. অষ্টপদী ১ )

খোজোতাই খুজি খুজি গৈ যদি ভগবানৰ দুৱাৰত ভিক্ষা কৰে তেনেহলে ভগবানে সেই মিনতি শুনে; ভগবানে সেই জনক আশীৰ্ব্বাদ দিয়ক বা অভিশাপ দিয়ক যিহকে নিদিয়ক তেওঁ ভগবানৰ গৌৰৱক নিশ্চয় উদ্দীপ্ত হয়। ( আশা গু. না. ১ঃ৩ )

যি একমাত্ৰ ঈশ্বৰৰ ৰহস্য জানে তেওঁ ঈশ্বৰক সৃষ্টিকৰ্ত্তা আৰু দেৱতাৰো কৰ্ত্তা বুলি ভাবে। ( ৰামকালি, গু. না. )

ঈশ্বৰ যে অকলসৰে থাকে এয়া তেওঁৰ সৰ্ব্বশ্ৰেষ্ঠ গুণ। কোনেও অকলসৰীয়াকৈ নাছিল আৰু অন্য কোনোবাও না-থাকিব। ( আশা গু. না. )

হে মোৰ দয়ালু প্ৰভু, মই তোমাৰ আদি-অন্ত নাপাওঁ; তুমি জল, স্থল আৰু তাৰ মাজৰ স্তৰতো ভেদ কৰি আছা: তুমি সঁচাকৈয়ে সকলোতে জিনি আছা। ( চুহী, গু. না. )

যাৰ মন ভগবন্তৰ চিন্তাৰে উন্মুখ তেওঁ তেওঁত নাথাকে।

( মৰু, গু. না. )

সত্য, দয়া, পূৰ্ণতা, বিবেচনা, সাধুতা—এই পাঁচটা গুণ শৰীৰতেই থাকে আৰ শৰীৰৰ যি ভাগত যাকে সেই ঠাই ধন্য হয়। একান্ত ধ্যানত মগ্ন ভগবানে ইয়াক শাসন কৰে।

( মৰু. গু. না. )

ভগবান জ্ঞানৰ অতীত, তেওঁক জানিব নোৱাৰি ; কিন্তু তেওঁক জনাৰ উপায় কি ? জনাৰ উপায় হ'ল গুৰু। ভগবান মানুহৰ মাজত সদায়েই বিৰাজমান—এই উপলব্ধি গুৰুৰ জৰিয়তেহে সম্ভৱ হৈ উঠে। ( বসন্ত, গু. না. )

হে প্ৰভু, তোমাৰ বিশাল অনন্ত বৃক্ষত আমি চৰায়ে ডালত বহি থকাৰ দৰেই বহি থাকো। ( গাজৰী, গু. না. )

ভগবানৰ পিতা, মাতা, পত্নী, পুত্ৰ, সহোদৰ কোনোৱেই নাই। তেওঁ গোত্ৰহীণ। তেওঁ পবিত্ৰ। তেওঁ শ্ৰেষ্ঠতম। তেওঁৰ পোহৰেই সকলোতে বিয়পি পৰে। ( শৰাথ গু. না. )

বসন্তৰ আগমনতহে প্ৰথমে ফুলৰ পাহি মেল খায়, কিন্তু ভগবানৰ বিকাশ তাৰো আগতেই বিকশিত হয়। তেৱেঁই সকলোকে যেতিয়া বিকাশিত কৰে তেনেস্থলত তেওঁৰ কাৰণে ফুল হোৱা নিষ্প্ৰয়োজন।

( ৰাগ চুহীৰ বৰ, গু. না. শ্লোক গু. না. )

আমৰণ, অগৰ্ভজাত, অসম্পৰ্ক, অবৰ্ণজনেই হ'ল পৰমাত্মা। তেওঁৰ আকাৰ নাই, তেওঁৰ চিন নাই ; তেওঁ মহিমাময়. অদৃশ্য। ( বিলাৱাল, গু. না. থিত্তি )

সত্য-সনাতন ভগবানে নিজ হাতেৰে বিশ্ব-ব্ৰহ্মাণ্ড প্ৰতিষ্ঠা কৰিছে। পৃথিবী আৰু আকাশ—এই দুভাগত ইয়াক পৃথক কৰি দুয়োভাগকে লগ লগাইছে। আৰু দুই মণ্ডলকেই তেওঁৰ বাসস্থানত পৰিণত কৰিছে। ইয়াতেই দিন আৰু ৰাতি ভয়

আৰু ভালপোৱাবো সৃষ্টি কৰিছে। তেওঁৰ সৃষ্টিৰ দৰ্শকো তেওঁ নিজেই। তেওঁৰ অবিহনে ইয়াত আৰু অন্য কোনো শ্ৰষ্টা নাই। ( বিলাৱাল গু. না. থিট্টি )

সৃষ্টিৰ অন্য কোনো উৎস নাইঃ সকলোবোৰ ভগবানতহে আছে। সকলো সৃষ্টি ভগবানৰেই সৃষ্টি। তেওঁৰ স্থিতিও যুগ যুগৰ। সৃষ্টি আৰু সংহাৰ তেঁৱেই কৰে, তেওঁৰ বাহিৰে আৰু কোনো নাই। ( ৰামকালী, গু. না. ৬ )

সৃষ্টিৰ অন্য কোনো উৎস নাইঃ সকলো উৎস হ'ল ভগবান। সকলোবোৰ সৃষ্টি ভগবানৰেই।

( ৰামকালী, গু. না. ৬ )

স্বতঃস্ফুৰ্তভাবেই ভগবানে সমগ্ৰ বিশ্বক শ্ৰজিছে আৰু তেওঁৰ জ্যোতিৰেই ত্ৰিভূবনত ভেদ কৰি গৈছে।

( ৰামকালী, গু. না. দক্ষী ওঙ্কাৰ ২ )

সকলো পথ, সকলো আকাৰ, সকলো বৰ্ণালীতেই একক ভগবান আছে; বায়ু, পানী আৰু অগ্নিৰ মাজেদি একমাত্ৰ তেঁৱেইহে তেওঁৰ মহিমা বিৰাজ কৰে আৰু ত্ৰিভূবনৰ মাজেদি ভ্ৰমি ফুৰা তেঁৱেইহে একমাত্ৰ আথা।

( ৰামকালী গু. না. দক্ষী ওঙ্কাৰ ৭ )

তেওঁ অনুভৱণীয়, তেওঁ উপলব্ধিৰ অতীত। তেওঁ তেঁৱেই।

( ৰামকালী, গু. না. দক্ষী ওঁঙ্কাৰ ১৫ )

ভগবান অসীম-অনন্ত হলেও নিজেই উদ্ভাসিত হয়; নিৰ্গুণ হলেও তেওঁ নিজকেই নিজে গুনেৰে ভূষিত কৰে।

( ৰামকালী গু.না. দক্ষী ওঁঙ্কাৰ, ২৪ )

আমাৰ মাজতো ভগবান আছে, আমাৰ বাহিৰতো ভগবান আছে, ভগবান প্ৰকৃততেই ত্ৰিভূবনত আছে।

( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

ভগবানৰ ইচ্ছা হলে কাউৰী ৰাজহাঁহলৈও ৰূপান্তৰ হব পাৰে। (গু. না.)

মই মোৰ বন্ধুৰ সন্ধানত আছো, কিন্তু চোৰাচোন, সেই বন্ধু মোৰ লগতেই আছে! সেই বন্ধু হ'ল ভগবান। তেওঁ অবোধ, কিন্তু গুৰুৰ জৰিয়তে তেওঁক জানিব পাৰি। (গু. না.)

শৰীৰৰ নগৰতেই মনৰ দুৰ্গ আছে আৰু মনৰ আকাশতেই আছে দশম দিক। এই দিকতেই শাশ্বতজন বাস কৰে।

(মৰু, গু. না. দক্ষী)

যি অগ্নিক পাণীৰে নিৰ্ব্বাপিত কৰা হয় সেই অগ্নিকেই ভগবানে সমুদ্ৰত পৰিনত কৰে। (ইবৈদ)

হে প্ৰভু, হে ৰত্ন, হে গুৰু, তুমি দুখীয়াৰ সম্পদ, গুৰুহীনৰ গুৰু, অনাদৰৰ আদৰ, দুৰ্ব্বলীৰ বল আৰু অন্ধৰ জ্যোতি!

(মৰু, গু. না.)

## পৃথিবী

সৃষ্টিৰ আদিতে যুগ যুগ ধৰি বিশৃঙ্খলতাই বিৰাজ কৰি আছিল আৰু অনন্ত প্ৰভু অকলশৰে সেই বিশৃঙ্খল অবস্থাৰ মাজত উদাৰ হৈ বহি আছিল। পৃথিবীৰ জন্ম তেতিয়াও হোৱা নাই। এনেদৰেই ছত্ৰিশটা যুগ পাৰ হৈ গ'ল আৰু শেষত তেওঁৰ ইচ্ছামতেই তেওঁ পৃথিবী শ্ৰজন কৰিলে। তেওঁৰ এই সৃষ্টিত কাৰোৰেই হাত নাই; তেওঁ নিজেই অনন্ত আৰু অসীম। কিন্তু চাৰি যুগ সৃষ্টি কৰাৰ পিচত ভগবানে সোঁশৰীৰে আত্মপ্ৰকাশ নকৰি সকলোৰে অন্তৰাত্মাত পৰিব্যাপ্ত হৈ ৰ'ল। এনেদৰেই তেওঁ যুগ যুগ ধৰি আমাৰ মাজত আছে। (মৰু, গু. না. ৭)

মহিমাময় ও অনন্ত ভগবানে নিজেই ভিন্ন হৈ নিজৰ পৰাই তেওঁ আকৌ নিজকে সৃষ্টি কৰিলে আৰু তেওঁ নিজৰ প্ৰকৃত বাসস্থানৰো ৰূপ দিলে। অগ্নি বায়ু আৰু পানীক একেলগ কৰি তাৰ পৰাই তেওঁ পাৰ্থিব দেহৰ ৰূপ দিলে। আৰু তেওঁ নটা দিক তৈয়াৰ কৰি দশম দিকত শেষহীন হিচাবে নিজেই ব'ল। ( মৰু, গু. না. ১৬ )

ভগবান একান্ত ধ্যানত মগ্ন হৈ আছিল ; আৰু প্ৰথম অৱস্থাত তেওঁ উদাৰ আছিল। কিন্তু পিচত তেওঁ নিজেই প্ৰকৃতি সৃষ্টি কৰিলে। এই সৃষ্টিৰ লগে লগেই আগৰ বিশৃঙ্খল অৱস্থাৰ পৰা নিৰ্জীৱ প্ৰকৃতি সজীৱ হৈ উঠিল। বায়ু, পাণী আৰু ব্ৰহ্মাণ্ড তেঁৱেই সৃষ্টি কৰিলে। পাৰ্থিব দেহৰো তেঁৱেই ৰূপ দিলে। এই দেহতেই মন সংস্থাপিত হ'ল আৰু দেহৰ মাজত নিজৰ ৰূপতেই নিজে উদ্ভাসিত হ'ল। সঁচাকৈয়ে সৃষ্টিৰ সকলো ক্ষমতা তেওঁৰ অসীম আত্মাতেই অদৃশ্য হৈ আছে। এই অসীম আত্মাৰ পৰাই আহিল ব্ৰহ্মা, বিষ্ণু, আৰু শিৱ ; তেওঁৰ অনন্ত সত্বা সমগ্ৰ ভৌমমণ্ডলত বিৰাজমান।

( মৰু, গু. না. )

তেওঁৰ অসীম আত্মাৰ পৰই সাতখন অন্তৰ্জগতৰ সৃষ্টি আৰু তেঁৱেই গোটেই বিশ্ব-ব্ৰহ্মাণ্ডৰ কৰ্ত্তা। বাস্তবিকে, অনন্ত প্ৰভূ নিজেই এই সকলোবোৰকে কাৰ্য্যকৰনৰ হোতা আৰু সকলোৰে সমগাস্ত নিজৰেই ইচ্ছাধীন বিষয়। কাম-ক্ৰোধ-লোভো তেওঁৰেই সৃষ্টি ; জন্ম আৰু মৃত্যুৰো সৃষ্টিকৰ্তা তেঁৱেই ; দম্ভৰ যাতনাও ভূগাই তেঁৱেই। ( মৰু, গু. না. ১৭ )

তেওঁৰ অসীম আত্মাৰ পৰাই পঞ্চ ৰিপুৰ সৃষ্টি।

( মৰু, গু. না. ১৭ )

সকলো জীৱৰ মাজতেই তেওঁ ৰহস্যভাবে পৰিব্যাপ্ত হৈ থাকে, অথচ প্ৰভূৱে নিজকে নিজে সেইবোৰৰ পৰা পৃথক কৰি ৰাখে।

পৃথিবীখন তেওঁৰেই প্ৰতিবিম্ব। তেওঁৰ পিতৃ নাই, মাতৃ নাই, ভাতৃ নাই ; তেওঁ জন্মগ্ৰহণ কৰা নাই কিম্বা মৃত্যুবৰণো নকৰে ; তেওঁ কোনো শ্ৰেণী বা গোত্ৰৰো নহয় ; হে মহিমাময়, তুমি মোৰ মনত শান্তিয়নীস্বৰূপ। ( মৰু, গু. না. ১৮ )

পৃথিবীখন ঘূৰে আৰু ঘূৰি ঘূৰি কেন্দ্ৰীভূত হয কাম-ক্ৰোধ-লোভৰ মাজত। কিন্তু তুমি এই কাম-ক্ৰোধ-লোভৰ পৰা আঁতৰি থাকা। সঁচাকৈয়ে তুমি বিজয়ী ; তোমাক জন্ম-মৃত্যুৱেও স্পৰ্শ কৰিব নোৱাৰে। তুমি সকলো জীৱাত্মাৰ জীৱন। তোমাক গুৰুৰ কৃপা বাণীৰ যোগেদিয়েহে উপলব্ধি কৰিব পাৰি। ( মৰু, গু. না. )

প্ৰভূৰ আদালত সত্যৰ আদালত ; তেওঁ অবৰ্ণনীয়। তেওঁৰ বিচাৰৰ মানদণ্ড সত্য আৰু তেওঁৰ পৰোৱানা সকলোৰে ওপৰত সমান ভাবেই তেওঁ জাৰি কৰে। ( মৰু, গু. না. )

ভগবান আত্মাত থাকে, আত্মা থাকে ভগবানত ; গুৰুৰ জ্ঞানৰ পৰা ইয়াকেই শিকা হয ! ( ভৈৰো, অষ্টপদী, গু. না. )

যাৰ অন্তৰাত্মাত ভগবান বিৰাজ কৰে তেওঁৰহে জীৱনৰ সাৰ্থকতা। ( মঝ, গু. না. বৰ )

## ভগবানৰ নাম

হে প্ৰভূ, তোমাৰ যিমানবোৰ নাম আছে সকলো নামৰ প্ৰতিয়েই মই ভক্তি তৰ্পণ আগবঢ়াওঁ। ( বসন্ত, গু. না. )

যি দেহত ঈশ্বৰৰ প্ৰকৃত নাম বিৰাজমান তেনে দেহ পবিত্ৰ হয়। ( শ্ৰীৰাগ, গু. না. ২ : ১৫ )

ঈশ্বৰৰ নাম স্মৰণ নকৰিলে দুখ-বেজাৰবোৰে মানুহক খুলি খুলি খাব। ( শ্ৰীৰাগ, গু. না. ৩ : ১৭ )

তেওঁ নিজেই ভগবান, নিজেই সৃষ্টি হৈছে, নিজেই তেওঁৰ নাম ধাৰণ কৰিছে। ( আশা, গু. না. বৰ )

জিভাৰে যি নাম উচ্চাৰণ কৰা নহয় অন্তৰেৰেহে উচ্চাৰণ কৰা হয় সেয়া কি নাম তাৰ জনা লোক বিৰল।

( মালহাৰ, গু. না. )

ঈশ্বৰৰ নামটো হ'ল এক হৰ্ষৰ বিষয়, সেই হৰ্ষই মোক দিনে-নিশাই মতলীয়া কৰি থয়। ( গু. না. )

প্ৰভূৰ নামটো মিঠা আৰু ভাল লগা, অদৃশ্য আৰু উপলব্ধিৰ অতীত। ( মৰু, গু. না. )

প্ৰভূৰ নাম মই স্মৰণ কৰো আৰু তাকেই মই মোৰ অন্তৰাত্মাত সম্পদ হিচাবে আহৰণ কৰিছো। হে প্ৰভু, তুমি যাকেই এই সম্পদেৰে আশীৰ্ব্বাদ কৰা তেঁৱেই মুক্তি পায়। এই সম্পদক পুৰিব কিম্বা ডুবাব কিম্বা ধ্বংস কৰিব কিম্বা চোৰ কৰিব নোৱাৰি। ( মেৰু, গু. না. )

যি ভগবানৰ নাম মোৰ অন্তৰাত্মাত বিৰাজমান তাৰ কাৰণে মই অন্য কোনো চিন্তা বাতানৰ কথা নাজানো কিম্বা কোনো বেশ-ভূষাও কৰা নাই ? নতুবা মোৰ ইচ্ছাশক্তিক প্ৰয়োগ কৰা নাই। অনন্ত সত্যক অৰ্থাৎ ঈশ্বৰৰ নাম মই সচাঁকৈয়ে পোষণ কৰিছো। ( বিলাৱাল, গু. না. )

প্ৰভূৰ নামেই হ'ল সত্য-সনাতন। ( মৰু, গু. না. )

ভগবানৰ নাম মনত বিৰাজ হলে আনৰ সকলো চিন্তা-ভাৱনা বাদ পৰে। ( শ্ৰীৰাগ, গু. না )

ঈশ্বৰৰ নাম ধাৰণতেই সকলো ব্ৰত আৰু তপস্যাৰ মূল-মন্ত্ৰ নিহিত আছে। ( ধনশ্ৰী গু. না. ৪ )

কলি যুগত সবাতোকৈ পবিত্ৰ কথা হ'ল ঈশ্বৰৰ নাম।
( ধনশ্ৰী গু. না. ৮ )

ঈশ্বৰৰ পবিত্ৰ নামেই দম্ভ-অহঙ্কাৰৰ মলি ধুই নিয়ে।

( ধনশ্ৰী গু. না. ২ )

নানকে কয়ঃ "মধুৰতাই হ'ল প্ৰভুৰ নামৰ আচল সাৰভাগঃ তেওঁৰ নাম সোঁৱৰিলেই মনৰ লালসা দূৰ হয়।"

( ধনশ্ৰী গু. না. ২ )

সত্যতা, পৰিতৃপ্তি আৰু সংযম তোমালোকৰ সঙ্গী হওক। গুৰুৰ কৃপাৰ দ্বাৰা এনেদৰে ভগবানৰ নাম পোষণ কৰিব পাৰি বুলি নানকে কয়। ( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

তেওঁৰ নামেই সকলো প্ৰকাশৰ উৎস, তেওঁৰ নামেই সকলো জ্ঞানৰো উৎস। ( ইবিদ )

প্ৰকৃত গুৰুৰ জৰিয়তেই মানুহে ভগবানৰ নাম সোঁৱৰিবলৈ শিকে আৰু সেই নাম সোঁৱৰিলেই প্ৰকৃত পথ পোৱা যায়।

( ইবিদ )

ঈশ্বৰৰ একক নাম অনন্তদিনৰ কাৰণে ফলদায়ক; এয়া হ'ল গুৰুৰ জ্ঞানী উপদেশ।

( ৰামকালী, গু. না. দক্ষী ওঙ্কাৰ ১১ )

ঈশ্বৰৰ নাম অন্তৰাত্মত প্ৰতিধ্বনিত হলে এই চঞ্চল মনলৈ স্থিৰতা আহে আৰু মন সত্যৰে উদ্বুদ্ধ হৈ পৰে। সত্যই হ'ল মনৰ প্ৰকৃত বাসভূমি। ( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

ঈশ্বৰৰ নামত অভিভূত হলে দম্ভ আতৰি যায়, সত্যতাই বিৰাজ কৰে আৰু যোগ সাধনাৰ প্ৰকৃত পথ জানিব পাৰি। তেওঁৰ নামৰ প্ৰভাৱেৰেই মুক্তি লাভ কৰিব পাৰি; ত্ৰিভুবনৰ ৰহস্য ও উপলব্ধি কৰিব পাৰি আৰু চিৰদিনেই পৰম সুখত থাকিব পাৰি। ( ৰামকাল গু. না. সিদ্ধ গোষ্ঠী, ৩২ )

ঈশ্বৰ নামেই হ'ল সকলো কৰ্ম্মৰ সাৰ কথা; তেওঁৰ নামৰ অবিহনে মানুহে কষ্ট ভোগ কৰে আৰু মৃত্যুৰ মুখত পাৰে।

( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী ভব )

ঈশ্বৰৰ পবিত্ৰ নাম অন্তৰাত্মাত সংস্থাপিত কৰাৰ পথ যোগীয়ে জানে আৰু সেয়ে পাৰ্থিব কোনো বস্তুৱেই যোগীক টলাব নোৱাৰে। ( মৰু, গু. না. )

মোৰ জিভাই হ'ল তুলাচনীৰ দাণ্ডি ; অন্তৰখন হ'ল তুলাচনী আৰু ইয়াৰেই সেই মহিমাময় নামৰ মহিমাৰ ভূ লও।

( মৰু, গু. না, ১১ )

ঈশ্বৰৰ নাম উচ্চাৰণ কৰিলে আঠষষ্টিখন তীৰ্থস্থান ভ্ৰমণ কৰাৰ সমানেই হয় ; ইয়াৰ জৰিয়তে সকলো পাপ দূৰ হয়। কিন্তু অন্ধ ও অজ্ঞজনে এই কথা নাজানি পানী ঘেঁাটি পানীৰ পৰা আচল সাৰভাগ উলিয়াবলৈ বিচাৰে ; পিচে গুৰুৰ বানীৰে উদ্বুদ্ধ হৈ ধৰ্ম্মৰ দৈ ঘোটিলেহে সেই নামৰ সঞ্জীৱনী শক্তি পোৱা যায়। ( ৰাগ, মৰু অষ্টপদী, গু. না. )

সত্য হয় সমাজ, সত্য হয় বাসভূমি, সত্য হয় ঘৰ, সত্য হয় খাদ্য আৰু সত্য হয় প্ৰেম—যদিহে সনাতন ভগবানৰ নামত নিজৰ আত্মা ভক্তিকে গদ গদ হয়।

( ৰাগ, মৰু অষ্টপদী গু. না. )

## গুৰু

গুৰুৰ পবিত্ৰ পীঠত স্থান পোৱাজন প্ৰকৃততে পূৰ্ব্বতেই সৰগৰ পৰা মনোনীত হৈ অহা পবিত্ৰাতনা।

( আশা, গু. না. ৪ : ৪ )

গুৰুৰ উপদেশ পালেহে মানুহে ভগবানক ভক্তি কৰিবলৈ আৰম্ভ কৰে। ( শ্ৰীৰাগ, গু. না. ৪ : ১০ )

সত্যত চলা লোকৰ ওপৰত গুৰু প্ৰসন্ন হয়।

( শ্ৰীৰাগ, গু. না. ৪ : ১১ )

যেতিয়া প্ৰকৃত গুৰুজনৰ লগত আমাৰ সাক্ষাৎ হয় আমাৰ মনত বিভেদ ভাবৰ সৃষ্টি হয় আৰু পিচত আমি আমাৰ মন গুৰুতেই সমৰ্পণ কৰো ; তাৰ পিচতহে আমি সৰ্ব্ব-প্ৰেমিক ভগবানক পাওঁ। ভগবানক পোৱাৰ লগে লগেই আমাৰ মুক্তি লাভ হয় আৰু আমাৰ পাপো দূৰ হয়।

( শ্ৰীৰাগ, গু না. অষ্টপদী, ১ : ১০ )

যিজন গুৰুৱে অনতিবিলম্বে মানুহক দেৱতাৰ শাৰীলৈ উন্নিত কৰিব পাৰে মই দিনৌ সেইজন গুৰুত নিজকে হেজাৰবাৰ উৰ্চ্চনা কৰো। ( আশা গু. না. বৰ, শ্লোক গু. না. )

প্ৰকৃত গুৰুৰ মহিমা এনেধৰাৰ যে সাংসাৰিক জীৱনৰ মাজতে তেওঁৰ শিষ্যই মুক্তি পায়। ( ধনশ্ৰী, গু. না. ৪ )

গুৰু হ'ল মুকুতাপূৰ্ণ মানৰ : সাধুলোকে ৰাজহাঁহৰ দৰে সেইবোৰ মুকুতা বোটলে আৰু গুৰুৰ লগতেই থাকে।

( ধনশ্ৰী গু. না. অষ্টপদী ১ )

গুৰুৰ জ্ঞানেই তীৰ্থস্থানস্বৰূপ, ইয়াতেই মানুহে নিজৰ সকলো পাপ দূৰ কৰে। ( ধনশ্ৰী, গু. না. ছান্ত ১ )

গুৰুৰ উপদেশ মতে চলিলেহে ৰহস্য ভেদ কৰা সম্ভৱ হয। আৰু গুৰুৰ জ্ঞানেহে মানুহৰ কলুষিত আত্মা পৰিষ্কাৰ কৰে।

( চুহী, গু. না. ৬ )

প্ৰকৃত গুৰুৰ লগত সাক্ষাৎ হলে সন্দেহ আচ্ছন্ন মনত আলোড়নৰ সৃষ্টি হয় আৰু সেই সন্দেহ লাহে লাহে আঁতৰি যায়। তাৰপিচত মনৰ নিজৰাৰ পৰা অমৃত নিগৰি আহে ; তেতিয়া মানুহে ভগবানৰ স্বৰূপ নিজৰ কাষতেই দেখা পায়, তেওঁৰ শুভাশীষ লাভ কৰে।

( চুহী, গু. না. ৮ )

গুৰুৰ পৰা জ্ঞান লাভ কৰাৰ ফলতেই মোৰ মন, স্থিৰ অৱস্থাত থকা ভগবানলৈ উধাও হৈছে। ( বিলাৱাল গু. না. )

যেতিয়া কোনো ব্যক্তিৰ মন প্ৰকৃত গুৰুৰ প্ৰতি উন্মেষ হয় তেতিয়া আন এজনৰ বিষয়ে চিন্তা কৰিবলৈ অৱকাশ নাথাকে আৰু গুৰুৰ প্ৰতি থকা সেই নিবিষ্টতাই সেই ব্যক্তিক সকলো অপকৰ্ম্মৰ পৰা শুচি কৰে; ফলত পাপী মন নিষ্কলুষ হয়, দেহৰ কমণীয়তা প্ৰকাশ পায় আৰু আত্মা পৰমাত্মাত লীন হয।

(বিলাৱাল, গু. না. ৩)

গুৰুৰ বাণীয়েই হ'ল নাভ[১] গুৰুৰ বাণীয়েই হ'ল বেদ; কিয়নো তেওঁৰ বাণী সাৰোগত কৰোতাই তাৰ জৰিয়তে সৃষ্টিকৰ্ত্তাৰ লগত লীন হয়। সকলো বিষয়সুখ বৰ্জ্জন, ব্ৰত আৰু তীৰ্থযাত্ৰাৰ গুণাৱলী এই বাণীতেই নিহিত আছে। ইয়াৰ জৰিয়তেই গুৰুৰ লগত মানুহৰ সাক্ষাৎ হয় আৰু প্ৰভুৰ আশীৰ্ব্বাদ লাভ কৰি মুক্তি পায়। (ৰামকালী, গু. না. ১০)

মনে যেতিয়া গুৰুৰ নেতৃত্বক গ্ৰহণ কৰে তেতিয়া অন্য-লোকৰ সম্পৰ্কে ভাৱ-চিন্তা নোহোৱা হয় আৰু মন গৈ ভগবানত লীন হয়। (ৰামকালী, গু. না. ৩)

গুৰুৱে সত্যৰ সিংহ-বস্ত্ৰ পিন্ধে আৰু চিৰদিনেই সৰ্ব্ব-গুণাকৰ প্ৰভুত অভিভূত হৈ থাকে। প্ৰভুৰ প্ৰেমেই হ'ল গুৰুৰ কণ্ঠস্বৰ। সৃষ্টিকৰ্ত্তা প্ৰভুৱেও গুৰুৰ কাৰ্য্যাবলীত প্ৰসন্ন হয় আৰু প্ৰকৃত গুৰুক তেওঁ লগ কৰে। গুৰুৱে আমাক কয় সকলোতে ভগবান এজনহে আৰু সকলো একেজন পৰমাত্মাৰেই। (ৰামকালী দক্ষী, গু. না. ৫)

গুৰুৰ মহাসাগৰখন মণি-মুকুতাৰে উপচি পৰা আৰু তাত অপৰ্য্যাপ্ত সত্যৰ মুকুতাময় ঐশ্বৰ্য্য আছে।

(ৰামকালী, গু. না. দক্ষী ওঙ্কাৰ ২৭)

---

[১]একান্ত ধ্যানত মগ্ন হৈ থকা অৱস্থাত যোগীয়ে শুনা অনাহত সুৰ।

সুন্দৰতাই হ'ল গুৰুৰ বাণী ; যিজনে ঈশ্বৰক পায় তেওঁ এই কথা উপলব্ধি কৰে। আৰু সেই উপলব্ধিতেই মণ-প্ৰাণ উধাও হয়, কামনা-বাসনা নোহোৱা হয় আৰু নিজৰ কৰ্ত্তাক লাভ কৰে। ( ৰামকালী, গু. না. দক্ষী ওঁঙ্কাৰ ৪৭ )

প্ৰকৃত গুৰুৰ মতে সাক্ষাৎ হলে ব্যক্তিৰ মনৰ আন্ধাৰ আঁতৰি যায়। ফলত দম্ভ লোপ পায় আৰু তেওঁ ভগবানত লীন হয়।
( ৰামকালী, গু. না. সিদ্ধগোষ্ঠী ১৫ )

গুৰুৰ বাণীৰে উদ্বুদ্ধ হোৱা লোকৰ অজ্ঞতা নোহোৱা হয় আৰু গুৰুৰ লগত সাক্ষাৎ হোৱাৰ পিচত তেনেলোকে মুক্তিৰ দুৱাৰ বিচাৰি পায়।

( ৰামকালী, গু. না. গোষ্টী ৫৬ )

গুৰুৰ দৰ্শনৰ কষটি শিলৰ লগত লগ লাগিলে মামৰে ধৰা লোহাও সোনলৈ ৰূপান্তৰিত হয়। ( মৰু, গু. না. ৩ )

প্ৰকৃত গুৰুৰেই হ'ল নাৱৰীয়া আৰু তেওঁৰ বাণী হল ইপাৰৰ পৰা সিপাৰলৈ পাৰ কৰি নিয়া বঠা। সিপাৰত বায়ু নাই, অগ্নি নাই, পাণী নাই, আকাৰ নাই, সিপাৰত বাস কৰে আমাৰ প্ৰকৃত কৰ্ত্তা। কৰ্ত্তাৰ নাম স্মৰণ কৰিলে সিপাৰলৈ পাৰ হৈ যাব পাৰি। যিসকলক গুৰুৱে বাট দেখুৱাই নিয়ে তেওঁলোক আনটো পাৰ পায়ʼগৈ অৰু তাত তেওঁলোক ভগবানত লীন হয়। তেওঁলোক জন্ম মৃত্যুৰ পৰা অব্যাহত পায় ; তেওঁলোকৰ আত্মা পৰমাত্মাত লীন হয়। সঁচাকৈয়ে, গুৰুৰ জ্ঞানৰ যোগেদিয়েই তেনেলোক একক শক্তি অৰ্থাৎ চিৰশ্বাশতজনত নিবিষ্ট হৈ পৰে। ( মৰু, গু. না. ২ )

গুৰু হ'ল অমৃতৰ পুখুৰী ; আমি হলো ইয়াৰ পাৰৰ ৰাজহাঁহ ; ৰাখৰ আৰু প্ৰবালৰ সাগৰত, মুকুতা আৰু হীৰা সদৃশ প্ৰভুৰ প্ৰশংসাত মোৰ দেহ আৰু মন অভিভূত হয়।
( মৰু, গু. না. ৮ )

গুৰুৰ শাসনাধীন হৈ থকাসকলে যি কাম-কাজ কৰে সেইবোৰ সত্য। তেওঁলোক অহা নাই কিম্বা নেয়ায়ো কিম্বা তেওঁলোক মৃত্যুৰ নিয়মাধীন নহয়। তেওঁলোকৰ উৎপত্তিস্থল ডাল-পাত নহয়, মূল শিপাহে, সত্যৰ কাৰণে তেওঁলোকৰ উৎসাহৰ শেষ নাই। (মৰু, গু. না. ২২)

যিজনে মোক সত্য-ভাব পোষণ কৰিবলৈ শিকালে, নোকোৱা কথা কবলৈ শিকালে আৰু সেইবোৰ কথাত মোক আপ্লুত হবলৈ শিকালে সেইজনকহে একমাত্ৰ মই গুৰু হিচাবে বিশ্বাস কৰো। (ধনশ্ৰী, গু. না.)

যি গুৰুৱে ভগবানৰ মহানতাৰ কথা কয় সেই গুৰুতেই ভগবান লীন হয়। (মালহাৰ, গু. না.)

প্ৰকৃত গুৰুৰ কৃপাতেই মই আকাশ, পাতাল আৰু পৃথিবী চাবলৈ শিকিলো। তাৰ পিচৰ পৰাই সঁচাকৈয়ে মই সেই চিৰশাশ্বত, অগৰ্ভজাত সৃষ্টিকৰ্ত্তাক মোৰ অন্তৰাত্মাতেই দেখা পাওঁ। (চোৰাথ, গু. না.)

প্ৰকৃত গুৰু দয়াপৰবশ হলেহে তেওঁক দেখা পোৱা হয়, আৰু মানুহে অসংখ্য জন্মগ্ৰহণ কৰি তেতিয়াহে তেওঁৰ কথা শুনিবলৈ পায়। (আশা, গু. না.)

গুৰু বিনে আমাৰ মনত ঈশ্বৰ-ভক্তি বা ঈশ্বৰ-প্ৰেম নাজাগে নতুবা সাধুলোকৰ সমাজত আমি স্থান নাপাওঁ। গুৰু বিনে মানুহ অন্ধ আৰু যুঁজ-বাগৰত লিপ্ত হৈ পৰে। গুৰুৰ যোগেদি সঁচাকৈয়ে মন পবিত্ৰ হয়; গুৰুৰ বাণীৰেই মনৰ কলুষ-কালিমা দূৰ হয়। গুৰু-সাক্ষাৎ হলেহে নিজকে জয় কৰা আৰু ঈশ্বৰ ভক্তৰ যোগ-সাধনাত মন নিয়োগ কৰা সম্ভৱ হৈ উঠে। গুৰু-সন্ন্যাসীৰ সান্নিধ্যলৈ আহিলে মানুহে সকলো দুখ-বেজাৰৰ পৰা হাত সাৰে। নানকে কয়ঃ এনেদৰেই মানুহে স্থিৰভাৱে যোগ সাধনা কৰাৰ শুভাশীষ পায়। (বসন্ত, গু. না. ৬)

গুৰুৰ লগত সাক্ষাৎ হলে নিজৰ বুদ্ধি-বৃত্তি সৰণীয় আভাৱে দীপ্ত হয়। মন পবিত্র হৈ পৰে আৰু নিজৰ দম্ভ নোহোৱা হয়। ( বসন্ত, গু. না. ২ )

একক ব্যক্তিক সকলোৰে লগত লগ লগাই দিয়াজনেই হ'ল প্ৰকৃত গুৰু। ( শ্ৰীৰাগ, গু. না. )

## ভাল আৰু বেয়া

প্ৰভূৰ বাট-চ'ৰাত যিসকলক ভাল বুলি বিবেচনা কৰা হয় তেওঁলোকেই ভাল। ( শ্ৰীৰাগ, গু. না. ৪ : ৪ )

হে বন্ধু, যি খাদ্য আৰু যি সুখ-আনন্দৰ ফলত মনলৈ বেয়া ভাব-চিন্তা আহে আৰু শৰীৰ যন্ত্ৰনাত চটফটাবলৈ ধৰে তেনে খাদ্য আৰু তেনে মুখ-আনন্দৰ সাৰ্থকতা নাই।

( শ্ৰীৰাগ, গু. না. ২ : ৭ )

ঈশ্বৰ-লাভৰ পিচত যেতিয়া মোৰ আত্মপ্ৰত্যয় জাগে তেতিয়া মোৰ বেয়া গুণবোৰ ভাল গুণলৈ পৰিবৰ্তন হয়।

( শ্ৰীৰাগ, গু. না. ১১ )

প্ৰকৃত ও জ্ঞানী কৃষকে জানে যে মাটি চহাই আওচ দিয়াৰ পিচতহে খেতিয়কে শস্য সিঁচে।

( শ্ৰীৰাগ, গু. না ২ : ১৩ )

নিজৰ ইচ্ছামতে চলাসকল কেতিযাও শান্তিত থাকিব নোৱাৰে, কিন্তু যেতিয়া তেওঁলোকৰ ভাৱ-চিন্তা ঈশ্বৰমুখী হৈ পৰে তেতিয়া তেওঁলোকে সেই ঈশ্বৰৰ মহিমা দেখি আচৰিত হয়। ( শ্ৰীৰাগ, গু. না, ৩ : ১৯ )

যদি মানুহৰ আত্মা পৰমাত্মাত লীন হয় আৰু মন গুৰুৰ উচ্চ মনৰ লগত মিলি যায় তেনেহলে কু-বাসনা, দম্ভ আৰু লালসা

মনৰ পৰা নোহোৱা হয়। ঠিক তেনেদৰেই আমাৰ সন্দেহো নোহোৱা হয় আৰু দুখ-বেজাৰো নোহোৱা হয়।

( শ্ৰীৰাগ, গু. না. ২ : ২০ )

ভাল কামবিলাকক যদি পথাৰৰ লগত তুলনা কৰা হয়, গুৰুৰ বাণীক শস্যৰ লগত আৰু সত্য পথক পানীৰ লগত তেনেহলে এই তিনি সংমিশ্ৰনৰ ফলত যি ফচল উৎপাদন হব সেয়া আত্মপ্ৰত্যয়ৰেই ফচল হব। এনে আত্মপ্ৰত্যয় জাগিলে মানুহে স্বৰ্গ আৰু পাতালৰো জ্ঞান সংগ্ৰহ কৰিব পাৰে।

( শ্ৰীৰাগ, গু. না. ১ : ২৭ )

তোমাৰ গাত পাপৰ বোকা লাগি আছে। ভেকুলীয়ে পদুমৰ লগতেই যে একেলগে বাস কৰে সেই কথা নজনাৰ দৰে তুমিও ভেকুলীৰ দৰেই কাম কৰিছা। তোমোৰাই প্ৰেমৰ বাণী শিকাই গৈছে অথচ তুমি সেই প্ৰেমৰ প্ৰতি অজ্ঞ হৈ পাপৰ বোকা লাগিবলৈ দিছা।

( শ্ৰীৰাগ, গু. না. ২ : ২৭ )

যিমানেই মই দক্ষ হৈ পৰো সিমানেই মই বোজাও বব পাৰো। ( শ্ৰীৰাগ, গু. না. ৩ : ২৯ )

ভাল কামতেই পৈনত মনৰো পৰিচয় থাকে।

( শ্ৰীৰাগ, গু. না. ৩ : ৩০ )

যাৰ আমি হলো গছ-গছনি, যাৰ বাগিছা হ'ল পৃথিবী সেই পৃথিবীৰ গছ-গছনিৰ নাম ফল অনুসৰি তেঁৱেই দিয়ে।

( শ্ৰীৰাগ, গু. না. ২ : ৩২ )

মানুহৰ মন অনুযায়ীহে কাম আৰু অদৃষ্টৰ মতেহে ফলাফল। নিজ কৰ্ম্মফল মানুহে নিজেই ভোগ কৰে।

( শ্ৰীৰাগ গু. না. ২ : ৩২ )

হে নাৰী, অযোগ্যজনাৰ সুখ কত ?

( শ্ৰীৰাগ, গু. না. অষ্টপদী ২ : ৫ )

ভগবানৰ আশীৰ্ব্বাদেই দানস্বৰূপ : আমাৰ কাম অনুসৰিহে তেওঁ এই আশীৰ্ব্বাদ দান কৰে।

( শ্ৰীৰাগ, গু. না. অষ্টপদী ৩ : ১১ )

হে প্ৰভু, তুমি ভালপোৱা সকলো লোকেই ভাল আৰু তোমাৰ ওপৰতেই মানুহৰ ভাল আৰু বেয়া নিৰ্ভৰশীল।

( শ্ৰীৰাগ গু. না. অষ্টপদী ৩ : ১১ )

প্ৰত্যয় আৰু পৰিতৃপ্তিয়েই হ'ল দেৱতুল্য মানুহৰ আহাৰ।

( শ্ৰীৰাগ, বৰ, শ্লোক গু. না. )

অন্তৰৰ কামনা-বাসনা বিলাক তাল আৰু ঝুনুকাৰ শব্দৰ দৰে গুঞ্জৰিত হৈ উঠিছে আৰু সেই গুঞ্জৰনৰ লগে লগে পৃথিবীখনো মতলীয়া হৈ পৰিছে। কল্কিৰ সুৰতেই মনো নাচিছে। এনে পৰিস্থিতিত সংযমী মানুহে স্থিতিয়েই লব বা ক'ত ?

( আশা, গু. না ১ : ৪ )

প্ৰত্যেকেই প্ৰত্যেকৰ অন্তৰ শুদ্ধ কৰা, আনৰ জাত বিচাৰ নলবা ; কিয়নো এই জীৱনৰ পিচত জাতৰ কোনো মূল্য নাই। ( আশা, গু. না. ২ : ৩ )

নিজেই নিজৰ ভাল এটা ইচ্ছা কৰিলে ভাল কৰ্ম্ম কৰিব লাগে আৰু নম্ৰ হব লাগে।

( আশা, গু. না. বৰ গৌৰী, ৫ )

ধাৰ্ম্মিক লোকে ধৰ্ম্ম চৰ্চ্চা কৰে, কিন্তু সেই চৰ্চ্চাৰ বিনিময়ত যদি তেওঁলোকে পুৰস্কাৰ হিচাবে মুক্তি বিচাৰে তেনেহলে তেনেলোকে নিজৰ ধৰ্ম্মত্ব হেৰুৱায়। ( ইবিদ )

আমাৰ নিচাত্মিকা মনোভাৱত হেতু আমি আনকি কামৰ যোগ্যতাখিনিকো হেৰুৱাওঁ। ( আশা, গু. না. বৰ )

কাকোৱেই বেয়া বুলি নকবা : এয়াই হ'ল জ্ঞানৰ সাৰকথা। আৰু মুৰ্খৰ লগতো তৰ্ক নকৰিবা। ( ইবিদ )

নানক ঃ যি লোক আত্মচৰ্চ্চাত অভ্যস্ত তেনেলোকৰ শৰীৰ আৰু মন তেনে চৰ্চ্চা কৰোতেই অৱশ হৈ পৰে আৰু যি লোক পৰচৰ্চ্চাত অভ্যস্ত তেনেলোক সত্যৰ আদালতত স্থান নাপায় আৰু তেনেলোকক হেয়জ্ঞান কৰা হয়। ( ইবিদ )

অন্যৰ প্ৰতি আকৃষ্ট হোৱা সেই প্ৰেমনো কেনে ? সঁচাকৈয়ে ভগবানৰ প্ৰেমত গদ গদ হোৱাজনহে আচল প্ৰেমিক। যিজনৰ প্ৰতি কিবা এটা ভাল কাম কৰে তেতিয়াহে একমাত্ৰ ভগবান ভাল, নহলে, বিপদৰ সময়ত তেওঁ বেয়া, সেইজনক ভালপোৱাৰ ক্ষেত্ৰত প্ৰেমিক বুলি কব নোৱাৰি। ( ইবিদ )

যিজনে কৰ্ত্তাক প্ৰনামো জনায় আৰু ইতিকিঙো কৰে তেনেলোকৰ কোনো অস্তিত্ব নাথাকে। কিয়নো দুয়োক্ষেত্ৰতে তেওঁ ভুৱা প্ৰদৰ্শন কৰে আৰু এনে প্ৰদৰ্শন কৰ্ত্তাৰ কাৰণে মুঠেই লেখত লব লগা নহয়। ( ইবিদ )

অজ্ঞানীৰ লগত বন্ধুত্ব পতা আৰু স্বাৰ্থপৰ লোকৰ প্ৰেমৰ কোনো মূল্য নাই ; পানীত আঁচ টপৰ দৰেই এই বন্ধুত্ব আৰু এই প্ৰেমৰ চিন-চাব নাথাকে। ( ইবিদ )

বেৱাই হল মিছা অপবাদ শুনা কান, বোৱাই হ'ল আনৰ বস্তু আত্মসাৎ কৰা হাত, বেৱাই হ'ল আন তিৰোতাত মোহ যোৱা চকু, বেৱাই হ'ল ভগবানত বাদে আনৰ জুতি বিচৰা জিভা। বেৱাই হ'ল আনৰ প্ৰতি হাবিয়াস থকা মন, বেৱাই হ'ল আনক অনিষ্ট কৰা শৰীৰ। বেৱাই হ'ল বেৱাৰ পৰা উৎপত্তি হোৱা গোন্ধ। ( ইবিদ )

যি জীৱনত মানুহে নিজৰ পেটৰ পূজাহে কৰে তেনে জীৱন অভিশপ্ত হয়। ( ৰাগ চুহী, বৰ, শ্লোক গু. না. )

ভুৱালোকৰ মান-সম্মান নাই, নামো নাই ; ক'লা কাউৰী যেনেদৰে সদায় অপৰিষ্কাৰ হৈ থাকে তেনেদৰে এওঁলোকো কালুষিত কিম্বা এওঁলোক সজাত বন্দী চৰাইৰ দৰে। চৰায়ে

সজাৰ ভিতৰত ভেম ধৰি ঘূৰিলেও মুক্তি নোপাবাৰ দৰে ভূৰালোকেও মুক্তি নাপায়। ( বিলাৱাল, গু. না. থিট্রি )

যাৰ কাম-বাসনা আছে আৰু অহংভাৱ পূৰ্ণ, আৰু যাৰ মনত নাৰীৰ প্ৰেম বৰ্ত্তমান তেনেলোক ইহজন্ম আৰু পৰজন্মৰ কাৰণে অযোগ্য। ( ৰামকালী, গু. না. ২ )

কাম আৰু ক্ৰোধ হ'ল দুবিধ শস্য; বতৰ অনুযায়ী আৰু দিন-ৰাতি ক্ৰমে এই শস্যৰ অৱস্থান। দেহৰ পথাৰত লুভীয়া মনলৈ আমি দিওঁ আৰু তাত মায়াৰ গুটি সিঁচো আৰু আমাৰ আকাঙ্ক্ষ্যাই পথাৰখন চহ কৰে। কুভাব লৈ কামত অৱতীৰ্ণ হলে পাপহে অৰ্জ্জন কৰা হয়। এইবোৰ ভগবানৰ মহিমা-বিশেষ। আৰু তেনেলোকৰ কাম-কাজৰ হিচাব ভগবানৰ ওচৰত নিৰৰ্থক। ( শ্লোক, গু. না. ৰামকালীৰ বৰ, গু. ৩ )

প্ৰেম পথাৰ হওক, পবিত্ৰতা হওক পানী, আৰু সত্যতা আৰু সন্তোষ হওক এহাল বলদ, নম্ৰতা হওক নাঙল, সজগতা হওক হালোৱা, ঈশ্বৰৰ স্মৰণ হওক প্ৰকৃত মাটি, ঋতু ভগবানৰ লগত মিলক, তেওঁৰ নামেই হওক গুটি, তেওঁৰ আশীৰ্ব্বাদেই হওক শস্য তেনেহলে গোটেই পৃথিবীখন এক মায়া যেন লাগিব। নানকে কয়: ঈশ্বৰৰ কৃপাৰ দ্বাৰা যদি কোনো লোকৰ কাম-কাজ এনে হয় তেনেহলে তেনেলোক ভগবানৰ পৰা বিচ্ছিন্ন হৈ নপৰে। ( শ্লোক, গু. না. ৰামকালীৰ বৰ গু. না. )

ঈশ্বৰৰ ইচ্ছাক যদি তুমি সঁচা-মিছা প্ৰমাণ কৰিবলৈ ফেৰ পাতা, তেওঁৰ প্ৰতি থকা তোমাৰ প্ৰেম ছিন্ন-ভিন্ন হব। তোমাৰ বাহুক বিপৰীত ফালে টানিলে বাহু ছিন্ন হৈ পৰাৰ দৰেই তোমাৰ প্ৰেমৰ এই ছিন্ন-ভিন্নতা। তোমাৰ কথাবোৰ বিষোদগাৰাত্মক হলে তোমাৰ প্ৰেমৰ জৰীডালো ছিগিব, কিয়নো, কু-ভাৱৰ লোকক ভগবানে পৰিত্যাগ কৰে।

( ৰামকালী, গু. না. দক্ষী ওঁকাৰ, ২৮ )

আমাৰ কামবিলাকেই হ'ল কিতাপ যি কিতাপ মনেৰে লিখা হয়। আশা-আকাঙ্ক্ষ্যাই হ'ল এই লেখনিৰ চিয়াহী। এই লেখনি দুই ধৰণৰ, ভাল আৰু বেয়া। আমাৰ অভ্যাসবশতঃ আমি ভাল আৰু বেয়াৰ প্ৰশ্ৰয় লওঁ। কিন্তু ভগবানৰ অপৰিসীম গুনাৱলীৰ জৰিয়তে সেই অভ্যাসক উন্নয়ন কৰি আমি নিজৰ মনক জয় কৰিব পাৰো। ( মৰু, গু. না. )

ধন লিপ্সা কুকুৰৰ নিচিনা, মিছলীয়া মেতোৰৰ নিচিনা, প্ৰবঞ্চনা হ'ল মৰা শ খোৱাৰ নিচিনা। মিছা অপবাদ মলিৰ দৰে, যি মলিক মোৰ জিভাই সোবাদ লৈছিল আৰু খং জুইৰ দৰে, যি দুয়ে মোক চণ্ডালৰ দৰে পুৰিছিল।

( শ্ৰীৰাগ, গু. না. ৪ : ৪ )

ঈশ্বৰ যাৰ ওপৰত দয়াপৰবশ হয় তেনে জনৰ ধন লিপ্সা আৰু সম্পত্তিৰ প্ৰতি মোহ নাথাকে ; তেনে জনৰ খং বিদ্বেষ, দম্ভ, দণ্ড সকলো আতৰি যায়, মায়া প্ৰীতিও আতৰে।

( শ্ৰীৰাগ, গু. না. ৩ : ১৪ )

যাৰ মুখ অনবৰত পাপ লাগি থাকে তেনেজনে ঈশ্বৰৰ আদালতত আশ্ৰয় নাপায়। ( ধনশ্ৰী, গু. না. ৫ )

কমাৰশালত লো গলোৱাৰ নিচিনাকৈ আৰু পিচত তাক পুনৰ সাঁচত দিয়াৰ দৰে পাপী লোকো পুনৰ জন্মগ্ৰহণ কৰে।

( চুহী, গু. না. ৪ )

## দুখ আৰু আনন্দ

দুখেই হ'ল উপশম, আনন্দই হ'ল ৰোগ, কিয়নো যতেই আনন্দ বিৰাজমান হে প্ৰভু, তাতেই তুমি হোৱা অন্তৰ্দ্ধান।

( আশা, গু. না. বৰ শ্লোক গু. না. )

যিজনে ঈশ্বৰৰ ইচ্ছামতে চলে আৰু দুখ-আনন্দক সমানে চায় তেঁৱেই জ্ঞানী। ( ইৰিদ, ৫ )

খোজোতাই যদি কান্দে আৰু ভগবানৰ দুৱাৰত গৈ ভিক্ষা কৰে তেনেহলে ভগবানে সেই মিনতি শুণে; ভগবানে সেইজনক আশীৰ্ব্বাদ দিলে নে অভিশাপ দিলে যিয়েই নিদিয়ক তেওঁ ভগবানৰ গৌৰৱত নিশ্চয় উদীপ্ত হয়।

( আশা, গু. না. ১ : ৩ )

বোকাতেই পদুমৰ পোখা আৰু কলি মেল যায়। এই পাণী আৰু বোকাৰ মাজতেই পদুমৰ স্থান বৰ্ত্তমান অথচ পদুম তাৰ পৰা বিছিন্ন হৈ থাকে, কিন্তু ভেকুলীয়ে নাজানি বোকা-কেই খাই থাকে পানীৰ ভেকুলী অথচ পানীৰ প্ৰতি প্ৰীতি নাই, ঠিক তেনেদৰেই ভোমোৰাই পদুমৰ ৰেহ-ৰূপৰ কথা শুনিয়েই আপ্লুত হলেও গুণ-গুণানিহে সাৰ নাইবা দূৰনীত জোন দেখি ভেট ফুলে প্ৰাৰ্থনাত মূৰ দোঁৱালেও সজাগ হৈয়ে থাকে। অমৃত-মধুৰ গাখীৰত মৌ আৰু চেনিও থাকে কিন্তু চিকৰাই সেইবোৰ নাখায় মাথো তেজহে শুঙে। ( মৰু, গু. না. )

মনক শান্তি দিবলৈ আমি বিভিন্ন ধৰনৰ আনন্দ উপভোগ কৰোঁ, কিন্তু যেতিয়া আমাৰ শৰীৰ ধূলিৰ লগত বিলীন হয়, আমাৰ পৰৱৰ্ত্তীজন আমাৰ সম্পদৰ অধিকাৰী হয়। আমাৰ সকলো সা-সম্পত্তিও শেষত ধূলিতেই বিলীন হয়, ভগবানৰ স্মৰণ বিণে মনে মুক্তি নাপায়। ( বিলাৱলি, গু. না. )

যিজনে দুখ আৰু আনন্দক সমানভাবে গ্ৰহণ কৰিব পাৰে, সেইজন গুৰুৰ কৃপাত মৃত্যুহীন।

( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী, ৬১ )

আপোনজন আঁতৰি যোৱাৰ কষ্ট, ভোকত আতুৰ হোৱাৰ কষ্ট, বেমাৰ আজাৰৰ কষ্ট ইয়াতেই আছে; ইয়াতেই আছে মৃত্যুৰ প্ৰভাৱ। হে বৈদ্য, এই ৰোগবোৰৰ কোনটো তুমি

প্ৰতিকাৰ কৰিবা ? আনন্দ উপভোগত মতলীয়া হৈ থকাজনে ভগবানক মনত নেপেলায় আৰু ফলত কষ্ট ভুগে। পবিত্ৰ শৰীৰত পবিত্ৰ আত্মা থাকে আৰু সেই আত্মাত সৰ্ব্বগুণাকৰ ভগবানৰ নাম বিৰাজ কৰে। তেওঁৰ পবিত্ৰ নাম স্মৰণ কৰিলেহে নিজৰ ৰোগ-শোক মোচন হয় আৰু মুক্তিলাভ হয়।

( মালহাৰ, গু. না. )

নানক : সমগ্ৰ পৃথিবীয়েই দুখ-কষ্ট জৰ্জ্জৰিত।

( ৰামকালী, গু. না. বৰ )

ভগবানক পাহৰি যিজনে আনন্দ-উপভোগত মতলীয়া হৈ থাকে তেঁৱেই দুখ-কষ্টত জ্বলাকলা হবলগীয়া হয়।

( মালহাৰ, গু. না. )

## পথৰ অভ্যাস

কেৱল সত্যৰ দ্বাৰাহে আমি ৰক্ষিত হওঁ।

( আশা, গু. না. ৪ : ২ )

নাৰীয়ে নিজকে স্বামীৰ আগত আত্মসমৰ্পণ কৰাৰ দৰে আমিও যদি সৃষ্টিকৰ্ত্তাতেই নিজকে সমৰ্পণ কৰো তেনেহলে সেই সমৰ্পিত দেহত সৃষ্টিকৰ্ত্তা বিৰাজমান হয়।

( শ্ৰীৰাগ, গু. না. ৩ : ২০ )

দেহটোৱেই হল পথাৰ, কামবিলাক হ'ল গুটি আৰু মনেই খেতিয়ক। যেতিয়া খেতিয়কে সৰ্ব্বাধিকাৰী ভগবানৰ নাম লৈ পথাৰ চহাই গুটি সিঁচে সেই গুটিৰ গছে তোমাৰ আত্মাত পোখা মেলিলে তুমি নিৰ্ব্বাণ লাভ কৰিবা।

( শ্ৰীৰাগ, গু. না. ১ : ২৬ )

মায়াই হ'ল ডাঙৰ প্ৰবঞ্চক, তাক প্ৰবঞ্চনা নকৰিবা কিম্বা দম্ভৰ চুৰীৰে আঘাত নকৰিবা। ভগবানৰ ইচ্ছাতহে ই জীয়াই থাকে। ( শ্ৰীৰাগ, গু. না. ১ : ৩৩ )

পৱিত্ৰ গ্ৰন্থৰ পৰা সংগ্ৰহ কৰা জ্ঞানৰ তেল তোমাৰ মনৰ চাকিত ভৰাই লোৱা। আৰু ভগবানৰ ভক্তিক শলিতা কৰি সত্যৰ পোহৰেৰে চাকি জ্বলোৱা। তেনেদৰে জ্বলালে তোমাৰ চাকি জ্বলি উঠিব আৰু ভগবানে তোমাকে লগ দিব।

( শ্ৰীৰাগ, গু. না. ২ : ৩৩ )

পৃথিবীৰ সেৱাত তুমি নিজকে উচ্চৰ্গা কৰিলে ঈশ্বৰৰ আদালতত তুমি এখন সন্মানৰ আসন পাবা।

( শ্ৰীৰাগ, গু. না. )

গুৰুৰ বাণীযেই হল ভক্তৰ শোভা আৰু সেই শোভাৰে শুশোভিত হৈ ভক্তই কৰ্ত্তাক আত্মসমৰ্পণ কৰে। হাত কৰযোৰ কৰি ভগবানৰ কাৰণে অপেক্ষা কৰি ভক্তই থিয় হৈ থাকে আৰু সৰ্ব্বান্তকৰণে প্ৰাৰ্থনা কৰে। প্ৰকৃত ভক্ত হ'ল এনেকুৱাই। এনে ভক্ত ভগবানৰ প্ৰেমত অভিভূত হয়, ৰঙা পোচাক পৰিধান কৰে আৰু ভগবানৰ প্ৰতি সমীহ কৰি চলে।

( শ্ৰীৰাগ, গু. না, অষ্টপদী, ২ : ২ )

ভগবানৰ বাহু-বন্ধনৰ মাজত যি নিশ্চিন্তমনেৰে শুই থাকে তেঁৱেই প্ৰকৃত ভক্ত। ( শ্ৰীৰাগ, গু. না. অষ্টপদী, ৮ : ২ )

সকলো গুণ আৰু সৌন্দৰ্য্যও মই নিজেই ৰক্ষা কৰিছো, কিন্তু কৰিলেও মই মোৰ একমাত্ৰ ভগবানকহে ভাল পাওঁ; গুৰুজনৰ বাণীৰ যোগেদিয়েই মই ভগবানক লগ পালো, তাৰ পিচৰ পৰা মোক লগ এৰা নাই। ( শ্ৰীৰাগ, গু. না. অষ্টপদী, ৮ : ৬ )

মূলধন নাথাকিলে বেপাৰীয়ে ব্যৰ্থভাৱে দেশ-বিদেশে ঘুৰে, সেইজনে আচল কথা নাজানে, যে মূলধন নিজতেই লুপ্ত হৈ থাকে। ( শ্ৰীৰাগ, গু. না. অষ্টপদী, ২ : ৬ )

ভগবানে আমাক প্ৰেম আৰু ঐকান্তিকতাৰ কষটি শিলত পৰীক্ষা কৰি চায়। ( শ্ৰীৰাগ. গু. না. অষ্টপদী, ৪ : ৭ )

জ্ঞানৰ অঞ্জনে সকলো ভয় দূৰ কৰে আৰু তেতিয়াই মানুহে ভগবৎ প্ৰেমৰ মাজেৰে তেওঁৰ পবিত্ৰ ৰূপ দেখা পায।

( শ্ৰীৰাগ, গু.. না. অষ্টপদী, ৩ : ৭ )

মই বিচাৰি বিচাৰি মোৰ প্ৰভূক পালো। তেওঁৰ প্ৰতি থকা ভক্তিয়েই মোক তেওঁৰ লগত লগ লগাই দিলে।

( শ্ৰীৰাগ, গু. না. অষ্টপদী, ৮ : ৭ )

মই মোৰ গুৰুক সুধিলো, "কোৱাচোন কেনেকৈ মই তোমাৰ পথ লম ?" তেতিয়া তেওঁ কলে, প্ৰভূৰ গুণ-গানক তোমাৰ মনত ঠাই দিয়া আৰু দম্ভৰ যন্ত্ৰনা মনৰ পৰা নিঃশেষ কৰা, তেতিয়া তুমি তোমাৰ প্ৰভূক আশীৰ্ব্বাদৰ জৰিয়তে লগ পাবা ; কিয়নো সত্যৰ জৰিয়তহে প্ৰকৃতজনক লগ পোৱা হয়।

( শ্ৰীৰাগ, গু. না. অষ্টপদী, ৪ : ৮ )

ভগবানৰ প্ৰেমেৰে আধাৰিত নহলে মানুহৰ দেহ পৰিষ্কাৰ নহয়। ( শ্ৰীৰাগ, গু. না. অষ্টপদী, ৮ : ৯ )

আশীৰ্ব্বাদ লাভ কৰাজনেই হ'ল ভক্ত, এই ভক্ত নীতি-নিয়ম-সংস্কাৰৰ উৰ্দ্ধত, মনোৰাজ্যৰ উৰ্দ্ধত আৰু ভগবান যে অন্তৰ্যামী সেই বিষয়েও সজাগ হয়। ( শ্ৰীৰাগ, গু. না. )

সত্য আৰু সন্তোষেই হওক দুখন তাল আৰু ভগবানক সদাই উপলব্ধি কৰিবলৈ এয়াই হওক ক্ষীপ্ৰ মুৰ্চ্ছনীৰ সঙ্গীত। ঈশ্বৰৰ ভক্তিয়েই হওক মনৰ ভিতৰত নাচি উঠা নৃত্য। তেনেহলে এই ভক্তি আৰু এই উপলব্ধিৰ দ্বাৰা মানুহে প্ৰকৃত পথ জানি উঠিব।

( আশা, গু. না. ৬ )

নিজ স্বার্থক পৰিত্যাগ কৰা: এৱাই হ'ল ছয় শাস্ত্ৰৰ মূল কথা আৰু সৰ্ব্বব্যাপী ভগবানৰ কিৰণ পাবলৈ হলে সকলে ক্ষেত্ৰতেই পূৰ্ণ ভগৱানক উপলব্ধি কৰিব লাগিব।

( আশা, গু. না. ২ : ১১ )

গুৰিটো বোকাত থাকিলেও তাৰ পৰা উদ্ভৱ হোৱা গছজোপা পানীৰ ওপৰত পৃথক হৈ পদুম ফুল হালি-জালি থকাৰ দৰেই ঈশ্বৰমুখীসকল পাৰ্থিবজগতৰ পঙ্কিলতাৰ মাজত মৰমিয়াল, নিভাজ আৰু পবিত্ৰ হৈ থাকে।

( আশা, গু. না. ২ : ১৫ )

তুমিয়েই যেতিয়া ( ভগবান ) আমাৰ শৰীৰ আৰু আত্মা, তেনেস্থলত আমাক ভৰণ-পোষণ কৰিবলৈ তোমাক যোৱাটো অমূলকহে।

( আশা, গু. না. বৰ পৌৰী, ৫ )

যেতিয়া আমাৰ আত্মাত প্ৰকৃত ভগবান থাকে তেতিয়াহে আমি সত্যক জানো আৰু মিছাৰ শৰীৰটো পৰিষ্কাৰ কৰি পবিত্ৰ কৰি তোলো।

( আশা, গু. না. বৰ )

সত্যৰ প্ৰতি আমাৰ অনুৰাগ বঢ়াৰ লগে লগেই আমি সত্যক বুজি উঠো। ( ইবিদ )

আমাৰ মনে পথ নিৰ্ণয় কৰি উলিওৱাৰ পিচতেই আমি সত্যক জানো আৰু আমাৰ শৰীৰৰ পথাৰখন চহাই তাত আমি ভগবানৰ গুটি সঁচো। ( ইবিদ )

প্ৰকৃত উপদেশ পালেহে আমি সত্যৰ বিষয়ে জানি উঠিম আৰু তেতিয়া জীবনৰ প্ৰতি দয়া উপজিব আৰু আনৰ হিতকৰ কাৰ্য্যত সামান্যভাবে হলেও নিয়োগ কৰিব পাৰিম।

( ইবিদ )

নিজৰ মন পবিত্ৰ হলেহে সত্যক উপলব্ধি কৰিব পাৰি আৰু গুৰুৰ ইচ্ছা অনুক্ৰমেই এই উপলব্ধিৰ প্ৰতি আমি সচেষ্ট হব লাগে। ( ইবিদ )

ভাল বীজৰ পৰাহে ভাল ফল পোৱা যায়, কিন্তু বেয়া বীজৰ পৰা সেই ফল জানো আশা কৰিব পাৰি ? প্ৰথম কথা হ'ল, বীজবিলাক ভাল হব লাগে ; তাৰ পিচত তেনে বীজ সিঁচিলেহে ভাল ফল পোৱা যায়। ( ইবিদ )

যদি মনৰ কলুষ কালিমাবিলাক দূৰ কৰি সেই মনক নম্ৰভাৱে বিধোত কৰা হয় আৰু যদি সেই মন ঐশ্বৰিক ভক্তিত আপ্লুত হৈ পাৰে তেনেহলে তেনে মন ভগবানত লীন হয়।

( আশা, গু. না. বৰ )

তোমাৰ চকুত ভক্তিৰ অঞ্জন সানি লোৱা আৰু নিজকেই প্ৰেমৰ সাজেৰে সজাই তোলা ; তেতিয়া তুমিয়েই প্ৰকৃত ভক্ত হৈ পৰিবা আৰু ভগবানক ভাল পাবা।

( টিলাংগ, গু. না. ৪ )

প্ৰকৃত ভক্তৰ ওচৰলৈ গৈ সোধা, তেওঁলোকে ভগবানক লাভ কৰে কেনেকে ? এই ক্ষেত্ৰত কৰ্ত্তাই যি কামেই কৰে সেই কামতেই তেওঁলোকে হয়ভৰ দিয়ে, কৰ্ত্তাৰ লগত তেওঁলোকে তৰ্কও নকৰে নাইবা নিজৰ ইচ্ছামতে নচলে। যিজনৰ প্ৰেমৰ জৰিয়তে জীৱনৰ উদ্দেশ্য মানুহে বিচাৰি পায় সেইজন ভগবানৰ চৰনযুগলিৰ প্ৰতি স্পৰ্শকাতৰ নহব কিয় ? সেই কাৰণে তেওঁৰ আদেশমতেই কাম কৰা আৰু নিজৰ শৰীৰ ও মন তেওঁতেই অৰ্পণ কৰি পবিত্ৰ হোৱা। প্ৰকৃত ভক্তই কয় : হে ভ্ৰাতা, এনেদৰেই ভগবানক লাভ কৰা যায়। ( টিলাংগ, গু. না. ৪ )

এই মন হওক গাখীৰ মথা ৰচীৰ মূৰ আৰু ঘোটনি মাৰি-ডাল হওক সদাজাগ্ৰত আত্মা। আৰু মন্থন হওক উচ্চাৰিত প্ৰভুৰ নাম। এনেদৰে মথিলে মাখন অৰ্থাৎ অমৃত পোৱা

যাব। তোমাৰ মন হওক সত্যৰ পুখুৰীত পখলা (ভগবানৰ) বাসভূমি। এই মনেৰে ভক্তিৰ পত্ৰাঞ্জলি দি নিজৰ জীৱনটোকো ভগবানত উৰ্চ্চনা কৰা, তেতিয়াহলে তুমি প্ৰভূৰ সঙ্গলাভ কৰিবা। (চুহী, গু. না. ১)

ধ্যান-ধাৰণা আৰু আত্ম-সংযমৰ নাও সাজিলে সংসাৰৰ সাগৰত কোনো বাধা-বিধিনি নোহোৱাকৈ পাৰ হব পাৰি, যেন পাৰ হবলৈ কোনো সাগৰ নাই, কোনো জোৱাৰ নাই। এনে হ'লে পথ সহজ হয়। (চুহী, গু. না. ৪)

যোগৰ পথ হ'ল জ্ঞানৰ, ব্ৰাহ্মণৰ পথ হ'ল বেদৰ, ক্ষত্ৰিয়ৰ পথ হ'ল বীৰত্বৰ আৰু শূদ্ৰৰ পথ আনক সেৱা কৰাৰ। এই পথ সমূহৰ পথ ভগবৎ কথাৰ পথ। যিজনে এই ৰহস্য জানে তেওঁৰেই নানক দাস। সঁচাকৈয়ে, সেইজন নিজেই পৱিত্ৰ ভগবানৰ প্ৰকাশ মাত্ৰ। (আশা, গু. না. বৰ শ্লোক ২)

দয়া যদি কপাহ হয়, পৰিতোষ হয় সূতা, সাধুতা হয় গাঁথি আৰু সত্যতা হয় পাক, তেনেহলে এইডালেই আত্মাৰ কাৰণে পবিত্ৰ লগুণ হব। এইডাল লগুণ নিছিগেও, নপচেও, নষ্টও নহয়, নোপোৰেও। (আশা, গু. না. বৰ শ্লোক গু. না.)

যিজনে অষ্ট অলৌকিক শক্তিৰে বলীয়ান হৈ মনক শৃঙ্খলাৰ মাজলৈ আনে আৰু তেওঁৰ কামৰ যোগোদি একক ভগবানত স্থান পায় আৰু বায়ু, পানী আৰু অগ্নিক জয় কৰে, সেইজনৰ অন্তৰাত্মাতেই পবিত্ৰ ভগবানৰ প্ৰকৃত নাম প্ৰকাশ পায়।

(বিলাৱাল, গু. না. থিট্ৰি)

জ্ঞানৰ অঞ্জনে সকলো ভয় দূৰ কৰে আৰু নিজৰ প্ৰেমৰ মাজতেই তেনেলোকে পবিত্ৰজনক দেখে; এই প্ৰেমত মজি থাকিলে ৰঙীন আৰু বাস্তৱ দুয়োটা ফালকেই জানি উঠে।

(শ্ৰীৰাগ, গু. না. ৭)

প্ৰকৃত গুৰুৰ লগত সাক্ষাৎ হলে সন্দেহ আচ্ছন্ন মনত আলোড়নৰ সৃষ্টি হয় আৰু সেই সন্দেহ লাহে লাহে আঁতৰি যায়। তাৰপিচত মনৰ নিজৰাৰ পৰা (আশীৰ্ব্বাদ) অমৃত নিগাৰি আহে; তেতিয়া মানুহে ভগবানৰ স্ব-ৰূপ নিজৰ কাষতেই দেখা পায় আৰু ভগবানত লীন হৈ যায়।

(চুহী, গু. না.)

ঈশ্বৰৰ নাম অন্তৰাত্মাত প্ৰতিধ্বনিত হলে এই চঞ্চল মনলৈ স্থিৰতা আহে আৰু মন-প্ৰকৃত বাসভূমি স্বৰূপ সত্যেৰে উদ্বুদ্ধ হৈ পৰে। ফলত মানুহে ভগবানক প্ৰকৃততে পাবলৈ শিকে। তাৰপিচত তেনেলোকে সৃষ্টিকৰ্ত্তা প্ৰভুৰ সঙ্গলাভ কৰে।

(ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী)

মনটোক আত্মকেন্দ্ৰি হবলৈ নিদিবা কিম্বা সম্পূৰ্ণকৈ নিজৰ অস্তিত্বক উলাই কৰি ভ্ৰমি ফুৰিবলৈও নিদিবা। (ইবিদ)

মোৰ শৰীৰত ফকিৰৰ সৰলতা বিদ্যমান; মোৰ মন হ'ল এক মন্দিৰ আৰু অন্তৰৰ পবিত্ৰ পাত্ৰত মই স্নান কৰো। ভগৱানৰ বাণীয়েহে মোৰ মনত বিৰাজমান হৈ আছে, গতিকে মই পুনৰ গৰ্ভজ হৈ জন্ম নলওঁ। (বিলাৱাল, গু. না. ২)

ভগবানত তোমাৰ মন সপি দিয়া যাতে তোমাৰ শৰীৰটো এখন ভুঁৰ বনাই সংসাৰ-সমুদ্ৰত পাৰ হৈ যাব পাৰা। তোমাৰ মনৰ ভিতৰত লোভৰ অগ্নি আছে, তাক নিৰ্ব্বাপিত কৰা। তেতিয়াহে জ্ঞানৰ জ্যোতি দীপ্তিমান হব আৰু তোমাৰ ভিতৰতেই উজ্বলি উঠিব। এই জ্যোতিয়ে তেতিয়া তোমাক সংসাৰ-সাগৰ পাৰ হোৱাত সুচল কৰিব, মনৰ দিগন্ত প্ৰশস্ত হব আৰু তেতিয়াই সকলো জানি উঠিবা।

(ৰামকালী, গু. না. ৭)

সত্যহে কেৱল অৱলম্বন হব লাগে; কিয়নো অন্য অনুৰাগ কিম্বা অন্য আগ্ৰহ—এই সকলোবোৰ মিছা। সত্য-সনাতনৰ

দ্বাৰাহে এই মন মোহাচ্ছন্ন হওক আৰু সত্যতাৰ ব্যাতিৰেকে জীভাই আন সোৱাদ নলওক। কিয়নো ভগবানৰ কাৰণে সঞ্চিত সম্পদৰ বাহিৰে বাকী সকলেবোৰৰ সোৱাদ সেৱ-সেৰীয়া। আৰু ভগবানৰ কাৰণে যিবোৰ সঞ্চয় কৰি ৰখা নাই সেই বোৰকে অসৎলোকে পাপৰ বোজা হিচাবে কঢ়িয়ায় লয়। ( মৰু, গু. না. ৪ )

যিজনে নিজকে জানে তেওঁ ভগবানকো জানে আৰু তেওঁৰ আত্মা পৰমাত্মাত লীন হয়। ( মৰু, গু. না. ৫ )

গুৰুৰ বাণী সাৰোগত কৰিলৈ যি জন সকলোৰে পৰা অৰ্থাৎ পাৰ্থিব জগতৰ পঙ্কিলতাৰ পৰা পৃথক হৈ থাকে আৰু লালসাই টলাব নোৱাৰে। তেনেলোকৰ মন সাহসেৰে পূৰ্ণ হয় আৰু এই পূৰ্ণতাৰ যোগেদিযেই ভগবান প্ৰাপ্তি হয়।

( মৰু, গু. না. ২০ )

নিঃস্বাৰ্থপৰ কামবোৰ হওক গা-গছ, প্ৰভুৰ নাম হওক ঠাল ঠেঙুলি, সাধুতা ফুল, জ্ঞান মাৰ্গ ফল, আৰু যি পোৱা হয় সি হওক পাত, দম্ভ মনক দম্ভহীন কৰা শুচিতা হউক ছাঁ; তাৰপিচত ভগবানৰ মহিমাৰাশিক তুমি নিজ চকুৰে চোৱা, তেওঁৰ বাণী নিজ কানেৰে শুনা আৰু কণ্ঠত তেওঁৰ নাম লোৱা। এনেকৈ বট-বৃক্ষৰ পত্ৰ-পুষ্প-ফল-মূলৰ দৰে আপুৰুগীয়া সম্পদ সংগ্ৰহিত হয় আৰু এক স্থিৰ অৱস্থালৈ আহি তেনেলোক ভগবানত লীন হয়।

( ৰাগ বসন্ত, গু. না. চৌপদজ )

তোমাৰ কপালৰ আগৰ চুলি যমৰ কবলত আছে, তথাপি হে মন, তুমি এতিয়াও অজ্ঞ হৈ আছা! ( টিগাংগ, গু. না. ১ )

মোৰ পত্নী, পুত্ৰ, পিতৃ, ভাতৃ—এই সকলৰ কোনে মোক হাতত ধৰি ৰাখিব পাৰে? যেতিয়া মই মৃত্যুৰ মুখত পৰিম

তেতিয়া শেষ প্ৰাৰ্থনাৰ সময়ত কোনেও মোক মৃত্যুৰ পৰা উদ্ধাৰ কৰিব নোৱাৰে। ( ৰাগ, টিলাংগ গু. না. ১ )

সাৰ্থকভাবে জীৱন যাপন কৰি যিসকলে সত্যতাক বুজি উঠে আৰু গুৰুৰ জ্ঞান অৰ্জ্জন কৰে তেনেলোকে জন্মগ্ৰহণো নকৰে কিম্বা মৃত্যু বৰণো নকৰে; তেওঁলোকৰ অহা যোৱা শেষ হয়। ( শ্ৰীৰাগ, গু. না. ৪ : ৭০ )

যদিহে ভক্তই প্ৰকৃত কৰ্ত্তাত লীন হব নোৱাৰে সেই ভক্তৰ জীৱন অসাৰ্থক হৈ পাৰে। ( শ্ৰীৰাগ, গু. না. অষ্টপদী ৫ : ২ )

আত্মম্ভৰিতা লোকেহে জন্ম লয় আৰু মৰে, কিন্তু অৱতাৰী পুৰুষ সদায়েই সত্যত নিৰ্লিপ্ত হৈ থাকে।

( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

ভগবানৰ ইচ্ছাতহে মানুহৰ প্ৰকাশ, তেওঁৰ ইচ্ছাতেই মানৱৰ প্ৰস্থান আৰু তেওঁৰ ইচ্ছাতেই মানুহ তেওঁত বিলীয়মান।

( ইবিদ )

মিছলীয়া লোক পৃথিবীলৈ আহে হয়, কিন্তু কতো আশ্ৰয় নাপায়; আনৰ ওপৰত ভৰসা কৰি আহে আৰু যায়।

( ইবিদ )

যাৰ মন গুৰুৰ কৃপাৰে উন্মুখ তেনেলোকে জন্মগ্ৰহণ নকৰে কিম্বা মৃত্যু বৰনো নকৰে, নাহে কিম্বা নাযায়। তেনেলোকে যাৰ পৰা মুক্তি লাভ কৰে সেই মুক্তিদাতাতেই লীন হয়।

( ইবিদ )

যিজনে দুখ-কষ্ট আৰু সুখ-আনন্দ দুয়োটাকে সমান চকুৰে চায়, গুৰুৰ কৃপাত তেওঁ মৃত্যুৰ যন্ত্ৰনা নুভুগে। ( ইবিদ )

জীৱন-নাওত পাপ বোজা দি সংসাৰ-সাগৰেদি সেই লাভ চলাই গলে আনটো পাৰ নতুবা বন্দৰ দেখা নাযায়। সাগৰখন ভয়ঙ্কৰ; তথাপি সেই ভয়ৰহতাৰ মাজেদি পাৰ কৰি নিৰলে নাৱৰীয়া কিম্বা বঠা ধৰোঁতাও নাই। (মৰু, গু. না. ২)

মানৱ দেহ কেৱল মাটিৰহে। এই মাটিতেই বতাহ ভাৱাক্রান্ত। যেতিয়া ধূলিৰ দেহ ধূলিলৈ যায় আৰু বতাহ বতাহত মিলে তেতিয়া কিহৰ বাৰু মৃত্যু হয়? মৃত্যু হয় একক ব্যক্তিবোধৰ, মৃত্যু হয় একক যুজৰ, একক আত্ম-গৌৰবৰ, কিন্তু মৃত্যু নহয় আত্মাৰ। (গৌৰী, গু. না)

## অনাহুত সুৰ

যি অনাহুত সুৰ তুমি শুনিবলৈ বিচাৰিছা সেই সুৰ গুৰুৰ নির্দ্দেশমতেই শুনিবলৈ পাবা। (শ্রীৰাগ গু. না. ২ : ১৮)

ভগবান এই সুৰস্বৰূপ বাক্যৰ মাজতে নিহিত হৈ আছে। (আশা, গু. না. ৪ : ৮)

গুৰুৰ বাক্য আৰাধনা কৰিলেই এই অনাহুত সুৰৰ সম্পূর্ণ লহৰ শুনিবলৈ পোৱা যায়। (শ্রীৰাগ, গু. না)

জন্ম আৰু মৃত্যুক বিনাশ কৰা হে বিনাশদাতা, তোমাক মানুহে কেনেকৈ পূজিব? তোমাৰ অনাহুত সুৰে সদায় তোমাৰ গৌৰৱৰে ধ্বনি তোলে। (ধনশ্রী, গু. না. আৰতি)

অনাহুত সুৰ শুনাৰ লগে লগে মোৰ সন্দেহ আৰু ভয় নোহোৱা হ'ল। (মৰু, গু. না.)

যোগীয়ে এই অনাহুত সুৰত এনেধৰণে তন্ময় হৈ আছে যাৰফলত মন কেনিও উধাও হোৱা নাই আৰু বতাহো নিশ্চল হৈ ৰৈ আছে। হঠাৎ এটা তীব্র পঞ্চমুখী সুৰে তেওঁক জনাই তুলিলে; ঠিকেই, কিয়নো এই সুৰ ভগবানে নিজ হাতে বজোৱা বীনৰহে সুৰ। (মৰু, গু. না. )

অনাহুত সুৰৰ পঞ্চ লহৰৰ জৰিয়তে লোভ, ক্ষোভ আৰু দম্ভকে ধৰি পঞ্চ ৰিপুক পৰাভূত কৰিলে আৰু জ্ঞানৰ তীক্ষ্ণতাৰে

নিজৰ মনক বান্ধি ৰাখিলে মনৰ অভিলাষ মনতেই পুনৰ মাৰ যায়। (মৰু, গু. না.)

অনাহুত সুৰ অন্তৰাত্মাত দিনেনিশাই ধ্বনিত হলে গুৰুৰ কৃপাত অমৰ ভগবানৰ অৱস্থিতি জানিব পাৰি।

(ৰামকালী, গু. না. ৩)

অনাহুত সুৰ অন্তৰাত্মাত বাজি উঠিলে ভয় আৰু সংশয় দূৰ হয়। (মৰু, গু. না. দক্ষী)

ৰুচি সম্মতভাবে ব্যক্তিৰ কামনা-বাসনা লীন হৈ গলে মনৰ হেঁপাহ পূৰণ হয় আৰু পৰ চিন্তা বাদ দি মন ঘৰমুখী হয়। জীৱনৰ প্ৰবাহ নিজৰ ভিতৰতেই কেন্দ্ৰ কৰি বয় আৰু মনৰ আকাশত অনাহুত সুৰ প্ৰতিধ্বনিত হয়।

(ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী)

খোলা মনেৰে সুৰ শুনা, মনটো শূন্যত মিলাই দিয়া আৰু তাৰ পিচত সেই সুৰৰ উচ্চাৰিত বাক্যক চিন্তা কৰা তেতিয়া দেখিবা মনৰ কামনা-বাসনা মনতেই মাৰ গৈছে। (মালহাৰ, গু. না.)

যিসকলৰ অন্তৰত ভগবানৰ প্ৰতি ভালপোৱা ভাব নাই তেনেলোকে ভগবানৰ সম্বন্ধে একোকেই বুজি নাপায়। কিয়নো তেওঁলোকৰ অন্তৰ উকা; এনে উকা ঘৰত কোনোবাই অতিথি হলে সুদা হাতেৰেই ঘূৰি আহিব লগাত পৰে।

(শ্লোক গু. না. ৰাগ চুহীৰ বৰ গু. ৩)

প্ৰেমৰ সজাৰ ভিতৰৰ ভাটৌৱে (মন) প্ৰেমৰেই মাত মাতে, সত্যত বান্ধ খায় আৰু অমৃত সেৱন কৰে, কিন্তু যেতিয়া সজাৰ পৰা সেই ভাটৌৰূপী মন উৰি যায় পুনৰ সেই ভাটৌ আৰু ঘূৰি নাহে। (মেৰু, গু. না. ২)

ইয়াত মাথো ভগবানৰ একহে পূজা আৰু একহে প্ৰেম, কিন্তু তেওঁৰ ভক্তিত উথলি মুঠিলে প্ৰেম অসাৰ হয়।

(বসন্ত, গু. না. ৩)

## সৎলোকৰ সঙ্গ

সৎলোকৰ সঙ্গ ললে গুৰুৰ পৰ্য্যায়ত উপনীত হব পাৰি। গুৰু হ'ল কামধেনুৰ দৰে, মুক্তিদাতা।

( শ্ৰীৰাগ, গু. না. ২ ঃ ১২ )

সাধুপুৰুষৰ সঙ্গ কেনেধৰনৰ ? তেওঁলোকৰ সঙ্গ এনেধৰণৰ য'ত তেওঁলোকে লগ হৈ কেৱল ভগবানৰহে নাম লয়।

( শ্ৰীৰাগ, গু. না. )

সাধুপুৰুষৰ সঙ্গত থাকি মানুহে সাধুতাক অন্তৰত পোষণ কৰিলে সেই সাধুতাই এক গুণ হৈ পৰে আৰু মন সন্তোষিত হয়। সাধুলোকৰ পদ-ধূলাৰে শৰীৰ ধূলে মনৰ কলুষ-কালিমা দূৰ হয় আৰু মন উজ্বল হৈ উঠে।

( ৰামকালী, গু. না. দক্ষী ওঁঙ্কাৰ ৩ )

## সাধু পুৰুষ

যিসকল ইহকাল, পৰকাল, দুয়োটাতে লগৰীহয়, সেই সকলহে আমাৰ বন্ধু। সিপুৰীত আমাৰ হিচাব-নিকাচ দিবলৈ যলৈকে পৰোৱানা নাহক লাগে তালৈকে তেওঁলোক আমাৰ হকে থিয় হয়। ( চুহী, গু. না. )

অৱতাৰী পুৰুষ নিজৰ ইচ্ছামতে আহে আৰু নিজৰ ইচ্ছামতে যায়। ( ৰামকালী, গু. না. )

## সৃষ্টি তত্ত্ব

প্ৰকৃতজন অৰ্থাৎ ভগবানৰ পৰাই বায়ুৰ উৎপত্তি, বায়ুৰ

পৰাই পানীৰ উৎপত্তি, পানীৰ পৰাই ত্ৰিভুবনৰ সৃষ্টি আৰু সৃষ্টিৰ সকলো অন্তৰাত্মাতেই তেওঁ তেওঁৰ পোহৰ বিলাইছে।

( শ্ৰীৰাগ, গু. না. )

## একক স্থিতি

পদুম ফুল যেনেদৰে পানীৰ পৰা পৃথক হৈ থাকে, যেনেদৰে সোঁতত নিশ্চিন্ত মনেৰে হাঁহে উপঙি ফুৰে ঠিক তেনেদৰেই কোনো কোনো মানুহে পাৰ্থিব জ্বালা যন্ত্ৰনাৰ পৰা আতৰি থাকি সংসাৰ-সাগৰ পাৰ হৈ যায়। তেনে মানুহৰ মন গুৰুৰ কথাত নিৰ্লিপ্ত হৈ পৰে। তেনে মানুহে মনত এজন কৰ্ত্তাৰ প্ৰতিছবি আঁকি সকলোৰে পৰা আতৰি থাকে, আশাৰ মাজত থাকিও আশা নকৰে, যি অদৃশ্য আৰু নিৰাকাৰ তাকেই দেখে। নানক তেনেলোকৰেই দাস।

( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী ৫ )

## অসৎ সঙ্গ

অধৰ্ম্মীৰ কোনো বাচ-বিচাৰ নথকাৰ দৰে চোৰ, অসৎ প্ৰেমিক, বেশ্যা আৰু দালালে একেলগে সঙ্গ কৰে। ইহঁতে ভগবানক গুণানুকীৰ্ত্তন কৰিব নাজানে, কিয়নো ইহঁতৰ মনবোৰ কুভাবৰেই পূৰ্ণ। গাধ এটাৰ গাত চন্দন-তেলেৰ লেপন দিলেও সি ধুলিতেই বাগৰ মাৰিব।

( শ্লোক গু. না. ৰাগ চুহীৰ বৰ গু. ৩ )

## নিয়ম-নীতি আৰু কাৰ্য্য-কৰ্ম্ম

তেওঁলোকে ধৰ্ম্ম গ্ৰন্থ পাঠ কৰে, প্ৰাৰ্থনা কাৰ্য্য সমাপণ কৰে আৰু তাৰপিচত যুঁজ কৰে। স্তু,পকৃত শিল আদিত পূজা কৰি ম'হ বগধ দৰে তেওঁলোকে কৃত্ৰিম ধ্যানত মগ্ন হয়। তেওঁলোকলৈ পুতৌ জাগিলেও তেওঁলোকৰ মুখত মিছা প্ৰচঞ্চনা প্ৰকট হৈ থাকে। তেওঁলোকে দিনটোত তিনিবাৰ তিনি শাৰী শ্লোক নোগোৰাকৈ নাথাকে। ডিঙিত মালা, কপালত হালধীয়া ফোঁট, গাত সিয়নি নমৰা কাপোৰ আৰু মুখত এক আৱৰণৰ বেশ-ভূষা। ভগবানৰ প্ৰকৃত ৰূপ জনা হলে তেওঁলোকে এইবোৰ সকলো মিছা কৰ্ম্ম বুলি বুজিলেহেঁতেন। ( ইবিদ )

ঈশ্বৰৰ গুনানুকীৰ্ত্তনেই লগুনস্বৰূপ। ( ইবিদ )

শোষণকাৰী বোৰে সাধাৰণতে পাঁচবাৰ উপসনা কৰে ; দা-কটাৰীক অবলম্বনৰূপে ব্যৱহাৰ কৰোতা সকলেহে লগুন পিন্ধে। কঁপালত তিলক পিন্ধে গাত সিযনি নমৰা কাপোৰ থাকে, কিন্তু তেওঁলোকৰ হাতত থাকে কটাৰী ; এওঁলোকেই হ'ল পৃথিবীৰ কচাই। ( ইবিদ )

নিজে মিছাত থাকে অথচ বিনা কাৰণে সন্মান পায়— পৃথিবীত যদি কাৰোবাৰ এনে প্ৰবঞ্চনামূলক পথ হয তেনেহলে তেনেলোকে আনকি আঠষষ্টিটা তীৰ্থ কেন্দ্ৰত স্নান কৰিলেও পাপ মোচন কৰিব নোৱাৰে। যিজনৰ অন্তৰখন অতি কোমল, তেনেলোকে দগধা পোচাক পিন্ধিলেও পৃথিবীৰ মহৎ ব্যক্তি। কাৰণ, তেনেলোকে ভগবান প্ৰেমত অভিভূত হৈ থাকে আৰু ভগবানৰ দৰ্শন লাভ কৰিবলৈ সদায়েই বিচাৰে, ভগবানৰ চিন্তা অবিহনে আন চিন্তা নকৰে। ভগবানৰ কৃপাত যি পায় তাকেই চায় আৰু সদায় ভগবানৰ প্ৰতিক্ষান্ত থাকে। ( ইবিদ )

আমি বছৰৰ পিচত বছৰ ধৰ্মগ্ৰন্থৰ কথা পঢ়িলেও ভগবানৰ হিচাবৰ বিষয় নহয়—হিচাবৰ বিষয় হয় কেৱল আমাৰ অন্তৰখনহে। বাকী সকলো মিছাৰ পেণপেনানি।

( আশা, গু. না. বৰ )

হঠ-যোগৰ যোগেদি মনৰ লালসাৰ দমন কৰিবলৈ বিচাৰিলে শৰীৰকহে কষ্ট দিয়া হয়। উপবাস আৰু ব্ৰতৰ জৰিয়তে মনক বশ কৰিব নোৱাৰি। ( ৰামকালী, গু. না. ৫ )

তীৰ্থস্থানে তীৰ্থস্থানে অনাই বনাই ফুৰিলেই মানুহৰ ৰোগ নাতবে। ( ৰামকালী, গু. না. ৬ )

যদি কোনোলোকে গেৰোৱা বসন পিৰিধান কৰে, লগতে বৈষ্ণৰ কোট পিন্ধে; নিজৰ স্বাভাৱিক পোছাক পৰিত্যাগ কৰি এক বিশেষ বস্ত্ৰ পৰিধান কৰে, আৰু সময়মতে মুদ্ৰা সংগ্ৰহ কৰাত সেই বস্ত্ৰ মেলি দিয়ে আৰু যদি দুৱাৰে দুৱাৰে ভিক্ষা কৰি ফুৰে, আনক জ্ঞানীৰ দৰে উপদেশ দিয়ে, তেনেলোকে নিজৰ অজ্ঞতাবশতঃ নিজৰ সকলো সন্মান হেৰুৱায়। তেনেজনে সন্দেহাছন্ন হৈ পৰে আৰু ফলত ভগবৎ কথা উপলব্ধি কৰিবলৈ অসমৰ্থ হয়। তেনেলোকে নিজৰ জীৱনটোক এনেদৰেই ধ্বংস কৰে। ( মৰু, গু. না. ৭ )

## দম্ভ

যদি মানুহে নিজেই নিজৰ দম্ভক পৰিহাৰ কৰে তেনেহলে তেনে লোকে মুক্তিৰ পথ বিচাৰি পায়।

( ইবিদ, শ্লোক, গু. না. )

দম্ভ, লালসা আৰু আত্মম্ভৰিতাত মতলীয়া হৈ মানুহে মায়াৰ

সাগৰত ডুব দিয়ে ; কিন্তু সেই মায়াৰ সাগৰত অজ্ঞ কইনাই ( ভক্ত ) নিজৰ কৰ্ত্তাক নাপায়। ( টিলাংগ, গু. না. ৪ )

থলীয়াৰ দৰেই আত্মকেন্দ্রিক লোক সন্দেহৰ দ্বাৰা আচ্ছন্ন হৈ পৰে। ( বিলাৱাল, গু. না. ৪ )

শৰীৰ, ধন-সোন আৰু নাৰীৰ মোহ—এই সকলোবোৰ মানুহৰ দম্ভতাৰেই প্ৰকাশ মাথোন। কাজেই এইবোৰ ঈশ্বৰৰ নামত অৰ্পন কৰা। এইবোৰৰ একোৱেই মানুহৰ লগত নাযায়। ( বিলাৱাল, গু. না. ২ )

যাৰ অন্তৰখন মান-অভিমানেৰে ভৰপূৰ তেওঁ যদি ধৰ্ম্মৰ তত্ত্বকথা কয় বা আনৰ আগত সেই তত্বকথা ডাঙৰ ডাঙৰকৈ পঢ়েও, তথাপি তেওঁ ভগবানৰ ওচৰ নাপায়গৈ।

( ৰামকালী, গু. না. ৬ )

আনৰ কুৎসা ৰটনা নকৰিবা নাইবা আনক উচটাই নিদিবা নাইবা আনক প্ৰলোভিত নকৰিবা, কিয়নো আত্মকেন্দ্রিক মানুহে এই পথেৰে গৈ অন্ধ অৰু অজ্ঞ হয়।

( ৰামকালী, গু. না. দক্ষী ওঙ্কাৰ, ১৩ )

পূৰ্ণতৰ আৰু স্থিৰ অৱস্থাত থাকিলেহে মানুহৰ নিজৰ দম্ভ আঁতৰে। ( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

যেতিয়া মানুহৰ নিজৰ বোলা ভাব নোহোৱা হয় তেতিয়াই সকলো জ্ঞান হয়। ( ইবিদ )

একক ভাবৰ পৰাই পৃথিবীৰ স্থিতি সম্ভব হৈছে। ( ইবিদ )

গুৰুৰ লগত সাক্ষাৎ নহলে মানুহ দম্ভৰ ধোঁৱাৰে আচ্ছন্ন হৈ থাকে। ( ইবিদ )

অৱতাৰী পুৰুষে নিজৰ দম্ভতাক নিষ্ক্রিয় কৰি মনক জয় কৰে। ( ইবিদ )

হে দম্ভ, তুমিয়েই আমাৰ জন্ম আৰু মৃত্যুৰ কাৰণ, তুমিয়েই পাপাত্মা। ( ইবিদ )

দম্ভহীন মানুহেহে কেৱল জীৱনত মুক্তি লাভ কৰে।

( মৰু, গু. না. )

যিলোকে দম্ভ আৰু অহং ভাৱক প্ৰশ্ৰয় দিয়ে তেনেলোকক আশা আৰু লালসাই লৈ ফুৰে। কিন্তু এই দম্ভ আৰু অহং ভাৱৰ সঞ্চিত পৰিণতি যে বিষম, তথাপি কিয় তেনেলোকে তেনে ভাৱক প্ৰশ্ৰয় দিয়ে? ( মৰু, গু. না. ১০ )

মৃত্যুৰ মুখলৈ ঠেলি দিয়া সেয়া কোন? নাশক কোন? অহা বা যোৱাৰ পথ প্ৰশস্ত কৰাজন কোন? কোনে আশীৰ্ব্বাদ পায়? কাৰ সজগতা ভগবানত লীন হয়? দম্ভইহে মৃত্যুলৈ ঠেলি দিয়ে; অহং ভাবেহে নাশ কৰে আৰু মহাকালে মৃত্যুৰ পথ প্ৰশস্ত কৰে। কিন্তু ঈশ্বৰ নামত মন আপ্লুত হৈ পৰিলে মানুহৰ লালসা নোহাৱা হয়। ( শ্লোক, গু. না. মৰুৰ থৰ ৩ )

য'ত 'মই' ভাব থাকে তাত তুমি ( ভগবান ) নাথাকা; কিন্তু যেতিয়া তুমি মোৰ আত্মাত থাকা তেতিয়া মোৰ 'মই' ভাব নাথাকে। ( শ্লোক, গু. না. মৰৰ বৰ ৩ )

'মই'-ভাবৰ কাৰণেই পৃথিবীখন ভাগ ভাগ হৈ পৰিছে।

( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

## অদ্ভুত দৃশ্য

ঐশ্বৰ্য্য আৰু সৌন্দৰ্য্য বিৰাটকায় গছৰ ছাঁৰ দৰে।

( ধনশ্ৰী ছান্ত, গু. না. ৩ )

পৃথিবী অসাৰ—এই সত্যতা মোৰ মনত সোমোৱাই দিয়া, হে মন! ( ৰাগ টিলাংগ, গু. না. ১ )

পৃথিবীখন সাগৰৰ ধোঁৰ দৰে, চকা-মকা—এই আছে, এই যায়। ( আশা, গু. না. ছান্ত ৫ )

যিপিনেই মই চাওঁ, সেই পিনেই সৃষ্টিত পদাৰ্থ আৰু শক্তিৰ সংযোজন হোৱা দেখো। ভগবানে এই সৃষ্টিতেই জিনি আছে।
( শ্ৰীৰাগ, গু. না. ৪ : ১৮ )

প্ৰকৃতজন অৰ্থাৎ ভগবানৰ পৰাই বায়ুৰ সৃষ্টি, বায়ুৰ পৰাই পানীৰ সৃষ্টি, পানীৰ পৰাই ত্ৰিভূনৰ সৃষ্টি আৰু এই সকলো সৃষ্টিতেই তেওঁ জিনি আছে। ( শ্ৰীৰাগ, গু. না. ৩ : ১৫ )

পৃথিবীখন এখন নাটকৰ দৰে, এটা সপোনৰ দৰে : এক মুহূৰ্ত্তৰ ভিতৰতেই সেই নাটকৰ যৱনিকা পতন হয়।
( শ্ৰীৰাগ, গু. না. ৩ : ১১ )

এই পৃথিবীখন কেনে ধৰনৰ জীৱনি ঠাই? যদি এই পৃথিবী ৰৈ থাকে তেতিয়াহে ই প্ৰকৃত বাসভূমি হব।
( শ্ৰীৰাগ, গু. না. অষ্টপদী, ১ : ১৭ )

আকাশ আৰু ধৰিত্ৰী নোহোৱা হব, ভগবান অকলেই থাকিব। চন্দ্ৰ-সূৰ্য্য, দিবা-ৰাত্ৰি আৰু সংখ্যাহীন নক্ষত্ৰৰাশিও নিশ্চিহ্ন হব। কিন্তু ভগবানৰ বাসভূমি অনন্তকাল থাকিব।
( ইবিদ, ৮ : ১৭ )

পকা শস্য শব্দ কৰি হাউলি পৰে আৰু ধ্বংসপ্ৰাপ্ত হয়; গতিকে মানুহে খালি অহা আৰু যোৱাৰ বাবে গৌৰৱ বোধ কেনেকৈ কৰিব? ( শ্ৰীৰাগ, গু. না. পাহৰা ৪ : ২ )

তোমাৰ গোটেই বিশ্ব-ব্ৰহ্মাণ্ড সত্য, তোমাৰ ভৌম-মণ্ডল সত্য, তোমাৰ স্তৰসমূহ সত্য, তোমাৰ সৃষ্টিৰ আকাৰ সত্য।
( আশা, গু. না., বৰ শ্লোক, গু. না. )

পৃথিবীখন প্ৰকৃতজনৰহে বাসস্থান; তেঁৱেই ইয়াত বাস কৰে।
( ইবিদ, শ্লোক, গু. ২ )

নানক : জীৱৰ পৃথিবীখন সৃষ্টি কৰি ইয়াৰ মাজতেই তেওঁৰ নাম সংস্থাপিত কৰি ভগবানে তেওঁৰ অনন্ত আইন প্ৰকাশ কৰিছে। ( আশা, গু. না. থৰ )

গুৰুৰ কৃপাত মই মোৰ নিজৰ ভিতৰতেই সমগ্ৰ পৃথিবী ভাহি উঠা দেখোঁ আৰু এই পৃথিবীৰ ৰূপ দৰ্শন মই সত্যত অচল-অটলভাবে থকাৰ কাৰণেহে সম্ভৱপৰ হৈছে।

( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

ভগবান নিজেই অপ্ৰকাশৰ পৰা প্ৰকাশ হৈছে ; নিৰ্গুনৰ পৰা তেওঁ নিজেই গুনেৰে আৰোপিত হৈছে। ( ইবিদ )

অৱতাৰী পুৰুষৰ কাৰনেহে ঈশ্বৰে পৃথিবী প্ৰতিষ্ঠা কৰিলে।

( ইবিদ )

সৌন্দৰ্য্য আৰু অধিকৃত দেশ কিছুদিনৰ কাৰণেহে মুখৰ হয়, আনহাতে ঈশ্বৰৰ কৃপা লাভ কৰিলে মানুহৰ মনৰ অন্ধকাৰ নোহোৱা হয়। ( বিনাৱাল, গু. না. ৩ )

পৃথিবীখন চতুষ্পদ জন্তুৰ নিচিনা আৰু এই জন্তু কটা কচাই হ'ল দম্ভ। ভগবানে পৃথিবী শ্ৰজন কৰি যাৰ যেনে ইচ্ছা তাকেই কৰিবলৈ এৰি দিলে।

( ৰামকালী, গু. না. দক্ষী ওঁঙ্কাৰ ১৮ )

একক ভাবৰ পৰাই পৃথিবীৰ স্থিতি আৰু সেই একক ভগবানৰ নাম পৃথিবীয়ে ( মানুহে ) স্মৰণ কৰিবলৈ এৰিলে দুখ-বেজাৰে আগুৰি ধৰিব।

( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী ৬৮ )

এই পৃথিবীখন সঁচাকৈয়ে লালসাৰ ঘৰ আৰু যিজনে ইয়াত বাস কৰে তেঁৱেই দম্ভৰ দ্বাৰা পুৰি ছাই হৈ যায়।

( মৰু, গু. না. ১১ )

পৃথিবীৰ এই চাৰণভূমিত মানুহে কিছুদিনহে কটায় আৰু ধেমালি কৰে ; তাৰপিচত আন্ধাৰে আবৰি ধৰে ; আৰু সপোনত যেনেকৈ মানুহে মোকমোকায় তেনেকৈ বাজীকৰৰ দৰে কৃত্ৰিমতা প্ৰদৰ্শন কৰে। ( মৰু, গু. না. ১,৩ )

পাৰ্চিয়াণ চকাৰ শিকলিত ওলামি থকা বাল্টিবিলাক যেনে-

দৰে ঘূৰি থাকে আৰু প্ৰতি আবৰ্ত্তনত যেনেকৈ বাল্টীৰ পানী খালি হৈ আকৌ পূৰ হয় ঠিক তেনেদৰেই এজন মানুহৰ মৃত্যু হয় আৰু আনজনৰ জন্ম হয়; ভগবানৰ মহিমা এনেকুৱাই। এয়া তেওঁৰ আশ্চৰ্য্য মহিমাৰ—মহিমা মাথোন।

( প্ৰভাতী, গু. না. ২ )

পৃথিবী ধূলিৰ দৰে। কাজেই এই পৃথিবীত জন্মগ্ৰহণ কৰিলে ধূলিকে সাৰটি লব লগা হয়। কিয়োনো মানৱ শৰীৰটো হ'ল ধূলি, আত্মা গুছি গলে ধূলিতেই এই দেহ মিলি যায়। ( শ্লোক, গু. না. সাৰাঙ্গৰ বৰ, গু. ৪, ২ )

## শুভ লক্ষণ

মানুহে শুভ দিনবিলাক গণনা কৰি থাকে, কিন্তু আমাৰ ভগবান অৰ্থাৎ পৰমাত্মা যে সেইবোৰৰো উৰ্দ্ধত আৰু সেই-বোৰবো আঁতৰত সেই কথা নাভাবেই।

( ৰামকালী, গু. না. ৪ )

## আৰম্ভনি

সৃষ্টিৰ আদিতে বছৰৰ পিচত বছৰ ধৰি বিশৃঙ্খল অৱস্থা আছিল। মৰ্ত্ত্য বা আকাশ নাছিল; কেবল অনন্ত ভগবানৰ মহিমাৰাশিহে বিৰাজমান হৈছিল। দিন, ৰাতি, চন্দ্ৰ, সূৰ্য্য আছিল; ভগবান গভীৰ ধ্যানত আছিল। বতাহ, পাণী, সৃষ্টিৰ উৎস কিম্বা কথা-বতৰাৰ স্থল নাছিল। আগমণ কিম্বা গমণ, ভৌমমণ্ডলৰ ভাগ কিম্বা পাতাল নাছিল। জান, জুৰি কিম্বা সাত সাগৰ নাছিল। তাৰ পিচতো আকাশ কিম্বা মৰ্ত্ত্যৰ

সৃষ্টি হোৱা নাই ; পৃথিবী কিম্বা পাতালো সৃষ্টি হোৱা নাই। বৈতৰণী কিম্বা মহাকালি নাছিল ; বৰ্ত্তমান বা ভৱিষ্যত কিম্বা স্বৰ্গ বা নৰক নাছিল। ব্ৰহ্মা, বিষ্ণু আৰু শিৱ—এই ত্ৰিতত্বও নাছিল। একমাত্ৰ আছিল ভগবান। নাৰী কিংবা পুৰুষ নাছিল ; বৰ্ণ কিম্বা স্থিতি, হৰ্ষ কিম্বা বিষাদো নাছিল। কেৱলীয়া, পৰোপকাৰী, নিপুণ লোক, লালসাপ্ৰিয়, যোগী, জঙ্গম, নাথ কিম্বা গোত্ৰ নাছিল। বিষয়সুখ ত্যাগ কৰা, ধ্যানত ৰহা, আত্ম সংযমী, পূজাৰী কিম্বা ব্ৰতচাৰী নাছিল। মাত মাতিবলৈ সঁচাকৈয়ে কোনোৱেই নাছিল, কিন্তু এজন আছিল— সেইজনেই হ'ল ভগবান, সম্পূৰ্ণ ধ্যানস্থ অৱস্থাত নিজৰ মহিমাৰাশিৰে মহিমামণ্ডিত হৈ আছিল। ( মৰু, গু. না. ১৫ )

## চাৰি যুগ

নানক : শক্তি-সম্পন্ন মানৱ দেহৰ কাৰণে ৰথ আৰু ৰথচালক আছে। এই ৰথ আৰ ৰথচালক যুগে যুগে সলনি হয। জ্ঞানীজনে ইয়াৰ বিষযে সকলো জানে। সত্য যুগত পৰিতৃপ্তিয়েই হ'ল ৰথ আৰু ধৰ্ম হল ৰথচালক। ত্ৰেতা যুগত সাধুতাই হ'ল ৰথ আৰু এই শক্তিয়েই ৰথ পৰিচালনা কৰে। দ্বাপৰ যুগৰ ৰথ হ'ল বিষয়-সুখ ত্যাগ আৰু ইয়াৰ পৰিচালিকা শক্তি হ'ল পৰোপকাৰ। কলি যুগৰ ৰথ অগ্নিৰ ; অসত্যই এই ৰথ চলায় নিয়ে। ( আশা, গু. না. বৰ )

## নাৰী

নাৰীৰ পৰাই আমাৰ জন্ম, নাৰীৰ গৰ্ভতেই আমাৰ গৰ্ভ সঞ্চাৰ হয়। নাৰীৰ লগতেই আমাৰ বিয়াৰ বন্দবস্ত হয় আৰু

নাৰীকেই বিয়া কৰাওঁ। নাৰীয়েই আমাৰ বন্ধু, নাৰীৰ পৰাই আমাৰ পৰিয়ালৰ উৎপত্তি ; নাৰীৰ জৰিয়তেই আমি সাংসাৰিক বান্ধোনত সোমাই পৰো। যি নাৰীয়ে ৰজা আৰু আমাৰ সকলোকে জন্ম দিয়ে সেই নাৰীক আমি বেয়া বুলি কিয় কওঁ ? নাৰীৰ পৰাই নাৰীৰ সৃষ্টি, নাৰীৰ অবিহনে এইবোৰ একোৱেই সৃষ্টি নহয়। এই নাৰীক ভগবানহে কেৱল ৰক্ষা কৰে।

( আশা, গু. না. বৰ )

## গৃহস্থী

পৃথিবীৰ আবৰ্জ্জনাৰ মাজত থাকিও যিজনে পৱিত্ৰ জনত মন সঁপি দিয়ে তেওঁ যোগৰ প্ৰকৃত পথ বিচাৰি পায়।

( চুহী, গু. না. )

যেনেদৰে পদুম পানীৰ পৰা বিচ্ছিন্ন হৈ থাকে অথবা হংস সোঁতত থাকে তেনেদৰে মানুহে পৃথিবীত জীয়াই থাকিব লাগে। ( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

## পূৰ্ণ জন্ম

গুৰুৰ কৃপাৰ অবিহনে মানুহে পুনঃ পুনঃ জন্ম আৰু মৃত্যু বৰণ কৰে। ( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

সাৰ্থক জীৱন ধাৰণ কৰি যিসকলে সত্যৰ সন্ধান পায় আৰু গুৰুৰ জ্ঞান লাভ কৰে তেনেলোকে পুনৰ জন্ম গ্ৰহণ নকৰে নতুবা মৃত্যু বৰণো নকৰে। তেনেলোকৰ জন্ম আৰু মৃত্যু শেষ হয়। ( শ্ৰীৰাগ, গু. না. ৪ : ১৪ )

অৱতাৰী-পুৰুষে নিজৰ ইচ্ছামতেই জন্ম গ্ৰহণ কৰে, সেইদৰে নিজৰ ইচ্ছামতেই মৃত্যুকো বৰণ কৰে। (ৰামকালী, গু. না.)

দম্ভৰ বন্ধন হ'ল এইয়ে যি বন্ধনৰ ফলত আমি পুনৰ গৰ্ভত থিত লওঁ। (আশা, গু. না. শ্লোক গু. ২)

আমাৰ জন্ম আৰু মৃত্যুৰ কাৰণ তুমিয়েই হে দম্ভ! হে পাপাত্মা! (ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী)

যিসকলে ঈশ্বৰমুখী হৈ সেই পৰ্য্যায়ত উপনীত হয় সেই সকলৰ মানৱ জন্ম ধৰা সাৰ্থক হয়।

(চুহী, গু. না. কাফী, ৩)

## মন

মানুহৰ মনৰ ভিতৰতেই ৰত্ন, বাখৰ, মুকুতা আৰু হীৰা আছে।

(শ্ৰীৰাগ, গু. না. ৪ : ২১)

জ্ঞানী মানুহ কেনেধৰণৰ? জ্ঞানী মানুহ এনেধৰণৰ যি নিজকে জানে আৰু যি অকলেই জানে। (শ্ৰীৰাগ, গু. না. ৪ : ৩০)

মানুহৰ মন কলুষিত হলে দেহ আৰু জিভাও কলুষিত হয়।

(শ্ৰীৰাগ, অষ্টপদী, গু. না. ১ : ৫)

যেনেকৈ মাছে পানীক ভাল পায় তেনেকৈ হে মোৰ মন, তুমিও তোমাৰ কৰ্ত্তাক ভাল পোৱা; যিমানেই পানী বেছি হয় সিমানেই মাছে গা কচালি ফুৰে আৰু ফলত তাৰ গা-মন জুৰ পৰে। হে মোৰ মন, চৰায়ে বৰষুণ ভাল পোৱাৰ দৰে তুমিও তোমাৰ কৰ্ত্তাক ভালপোৱা; সকলো পুখুৰী পানীৰে উপচি পৰে, পৃথিবীও ধুনীয়া হয় অথচ চাতক চৰায়ে সেই শুভ বৃষ্টিৰ কাৰণেহে বাট চাই থাকে। হে মোৰ মন, পানীয়ে গাখীৰ ভালপোৱাৰ দৰে তুমি তোমাৰ কৰ্ত্তাক ভাল পোৱা। পানীৰ

ভালপোৱা ইমানেই যে উত্তাপ সহ্য কৰিও গাখীৰক ৰক্ষা কৰে। ( শ্ৰীৰাগ, গু. না. অষ্টপদী ২-৪ : ১১ )

কলহত পানী থাকে কিন্তু পানীৰ অবিহনে কলহৰ জানো সাৰ্থকতা আছে? মন জ্ঞানৰ দ্বাৰা পুৰঠ হৈ পৰে, কিন্তু গুৰুৰ জ্ঞানৰ অবিহনে সেই মন কেনেকৈ পুৰঠ হব?

( আশা, গু. না. বৰ )

মন নিজৰ ওচৰতেই অপৰিচিত হৈ পৰিলে আৰু নিজৰ পৰাই বিচ্ছেদ হলে সেই মনে বিশালতাত পদক্ষেপ পেলায়।

( চুহী, গু. না. ৫ )

ভগবানৰ দ্বাৰা যেতিয়া মন তুষ্ট হয় তেতিয়া মানুহৰ দম্ভ নোহোৱা হয় আৰু বাহ্যিক চিন্তা আঁতৰে।

( গৌৰী, গু. না. )

একান্ত ধ্যানত মগ্ন হলে মন-পখী উধাও হব নোৱাৰে নতুবা সময়ে সিঞ্চাৰি নিদিয়ে। (ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী)

শৰীৰটো হ'ল ভাণ্ডাৰ, মন হ'ল এই ভাণ্ডাৰৰ বেপাৰী। এই বেপাৰী-মনেই অচল-অটল অৱস্থাত থাকি ভাণ্ডাৰত সত্য সঞ্চয় কৰে। ( ইবিদ )

যেতিয়া মানৱ দেহ বা অন্তৰ নাছিল, তেতিয়া মন—বিছিন্ন হৈ থকা একান্ত ভগবানতেই আছিল। ( ইবিদ )

অৱতাৰী পুৰুষে নিজৰ দম্ভ পৰিত্যাগ কৰি মনক জয় কৰে।

( ইবিদ )

মনক যি পিনেই নিয়া হয় সেই পিনেই যায়। ধৰ্ম্মৰ পিনে নিলে ধৰ্ম্মলৈ উধাও হয়, পাপৰ পিনে নিলে পাপলৈ উধাও হয়। ( বিলাৱলি, গু. না. ২ )

যি শৃঙ্খলতাৰ জৰিয়তে আত্মাৰ আঁঠটা শক্তি লাভ কৰা হয়, সেই শৃঙ্খলাৰ মাজলৈ মানুহে যদি মনটোক লৈ আনে, কাম-কাজ কৰোঁতে প্ৰকৃতজনৰ কথা চিন্তা কৰে আৰু বায়ু-

পানী-অগ্নিৰ পৰা উদ্ভৱ হোৱা নিজৰ বহুৱালিক পৰিত্যাগ কৰে, তেনেহলে তেনেলোকৰ অন্তৰাত্মাতেই ভগবান বিৰাজ কৰে ; তাৰপিচত মন ভগবৎ চিন্তাত উন্মুখ হৈ পৰে আৰু ফলত মৃত্যুৱে তেনেলোকক টলাব নোৱাৰে।

( বিলাৱাল, গু. না. থিট্ৰ )

মন চঞ্চল, ইয়াক বন্দী কৰি ৰাখিব নোৱাৰি আৰু সেয়ে কৰ নোৱাৰাকৈ কু-কাৰ্য্যত লিপ্ত হয়। কিন্তু মানুহে যদি মনতে পদ্ম-যুগলক ( ভগবানৰ ) পোষণ কৰে তেনেহলে তেনেলোক স্বৰ্গত স্থান পায় আৰু অতি-সজাগ অৱস্থাত থাকে।

( ৰামকালী, গু) না. দক্ষী ওঁঙ্কাৰ, ২৩ )

শৰীৰটো হল কমাৰশাল। এই শালতেই ( পঞ্চৰিপু ) পাঁচ কুৰা জুইৰে গৰম কৰি মন-লোহাক সাঁচত ঢলা হয়। পাপেই হল ইয়াৰ কয়লা যি কয়লাক সাৱধানৰ চেপেনাৰে দম কৰি পুৰিবলৈ দিয়া হয়। আৰু এনেদৰেই মন-লোহা পুৰি নিকা হয়। ( মৰু, গু. না, ৩ )

মনৰ সৰ্পক টুকুৰীত বন্ধ কৰি ৰাখিলে তাৰ বিষ নাযায়।

( মৰু, গু. না. ২ )

হে মোৰ মন, পৃথিবলৈ তুমি কি আনিছিলা আৰু বিনিময়ত কি লৈ যাবা ? হে মোৰ মন, তোমাৰ সন্দেহ দূৰ হলে তুমি মুক্তি পাবা। ( তুখাৰী গু. না. )

মন চঞ্চল কাৰণেই ঈশ্বৰৰ পৰিব্যাপ্তি কিমান তাক নাজানে।

( বসন্ত গু. না. ৪ )

আকাশও চৰাই উৰি থকাৰ দৰেই মায়াৰ পিচে পিচে মন উৰে। গুৰুৰ কথাত যেতিয়া পঞ্চ ৰিপু অভিভূত হৈ পৰে তেতিয়াহে অন্তৰাত্মাত শান্তি বিৰাজ হয়।

( প্ৰভাতী, গু. না ১০ )

## পৰকাল

যাৰ ৰক্ষকেই হ'ল স্বয়ং গুৰু আৰু ভগবান, তেনেস্থলত তেনেলোকে কি কৰিলে তাৰ হিছাব লবলৈ এই জনমৰ পিচত একো বাকী নাথাকে। ( শ্ৰীৰাগ, গু না. অষ্টপদী, ২˙১৫ )

পৃথিবীৰ সিপাৰত কেৱল ধাৰ্ম্মিক কামৰহে হিচাব লোৱা হয়। পাপীক শাস্তি দিয়া হয় আৰু শাস্তি পাই পাপীলোকে বিলনিৰ ৰোল তোলে, কিন্তু সেই বিননি শুনিবলৈ কোনেইবা আছে? যাৰ মন অন্ধকাৰ তেনেলোকৰ জীৱন এনেদৰেই নাশ পায়। ( আশা, গু. না. বৰ, গৌৰী ৩ )

সিপুৰীত বৰ্ণ আৰু ক্ষমতাৰ কোনো মূল্য নাই, কিয়নো ইয়াৰ ঠাইত ঈশ্বৰৰ 'পৃথিৱীত' এটা নতুন মানুহৰ জন্ম হয়। যিসকলে কাম-কাজৰ জৰিয়তে সন্মান পায় আৰু সেই সন্মানক ভগবানে স্বীকৃতি দিয়ে তেনেহলে তেনেলোক অকলেই সন্মানিত লোক। ( আশা গু. না. বৰ )

যদি এজন শিক্ষিত মানুহ পাপী হয়, তেওঁৰ ঠাইত অশিক্ষিত সাধুলোক এজনক শাস্তি দিয়া নহয। কোন শিক্ষিত আৰু কোন অশিক্ষিত ইয়াৰ বিচাৰ এই জন্মৰ পিচতহে কৰা হয়। যি নিজৰ ইচ্ছামতেই চলে তেওঁ সঁচাকৈয়ে পৰজন্মও কষ্ট পায়। ( ইবিদ )

নিজৰ ইচ্ছামতেই মানুহে ইয়াত চাল-চলন কৰে, কিন্তু পৰজন্মত এক ঠেক বাটেৰে যাব লাগে। সেই ইচ্ছামতে চলালোকক উলঙ্গ কৰি নৰকলৈ খেদি পচিত্তৱা হয় আৰু তাত সিঁহতক ভীষণভাবে শাস্তি দিয়া হয়। ( ইবিদ )

এই জন্মৰ পিচত মানুহে সাগৰ পাৰ হব লাগে। সেইখন সাগৰ হ'ল অগ্নিৰ সাগৰ। তাৰ শিখাবোৰে লহ লহ জিভা মেলি মানুহক গ্ৰাস কৰিব বিচাৰে। নিসঙ্গ যাত্ৰাৰ যাত্ৰীবোৰে

তাত লগ-সঙ্গ বিচাৰিলেও পাবলৈ নাই। জুই যেতিয়া দপ দপকৈ জ্বলি উঠে তাৰ শিখাবোৰ ধোঁৱ দৰে ওপৰলৈ উঠে। ইয়াৰ মাজেদি অতিক্ৰম কৰিব খোজা আত্মকেন্দ্ৰিক মানুহক আগ্নিয়ে গ্ৰাস কৰে আৰু তাতেই সিজে। ( মৰু গু. না. ৬ )

## প্ৰতীক-চিহ্ন

ভগবানৰ প্ৰকৃত নাম অন্তৰত পোষণ কৰিব নোৱাৰিলে কপালত হালধীয়া দাগ লগোৱা কিম্বা লগুণ পিন্ধাৰ জানো সাৰ্থকতা আছে? ( আশা, গু. না. বৰ, শ্লোক )

মানুহে যিমানেই বাহ্যিক আকৃতি ধাৰা কৰে আৰু যিমানেই অনুলেপন সানি লয় সিমানেই দেহায়ো কষ্ট পায়। কিয়নো এই সকলোবোৰ নিজৰেই কৰ্ম্মফল।

( আশা, গু. না. শ্লোক গু. না. )

## স্বৰ্গ আৰু নৰক

মিছলীয়া লোকে আশ্ৰয় নাপায়, সিহতঁৰ মুখবিলাক আন্ধাৰে আছন্ন কৰা আৰু সিঁহতক নৰকলৈ পঠাই দিয়া হয়।

( আশা, গু. না. বৰ গৌৰী ২ )

হে প্ৰভু, তোমাৰ নাম হল 'নিৰাকাৰ'। এই নিৰাকাৰ ভগবানতেই মন-প্ৰাণ সপি দিলে মানুহে নৰকলৈ নাযায়।

( আশা, গু. না. বৰ গৌৰী ৫ )

দাম্ভিক মানুহে স্বৰ্গ বা নৰকলৈ যায়।

( আশা, গু, না. বৰ শ্লোক গু. না. )

## তীৰ্থযাত্ৰা

যিজনক ঠগিব নোৱাৰি ( ভগবান ) সেইজনক জানো পবিত্ৰ ঠাইত স্নান কৰিলো বুলি, পৰোপকাৰী কাম কৰিলো বুলি কিম্বা জ্ঞানী হোৱা বুলি কিম্বা শুচি হোৱাৰ দোহাই দি ঠগিব পাৰি ? ( চুহী গু. না. ৫ )

মানুহে তীৰ্থ কেন্দ্ৰবিলাকলৈ স্নান কৰিবলৈ যায় এটা বেয়া মন আৰু চোৰৰ দেহ লৈ। সেইবাবে যেতিয়া এটা অংশ ধোৱা হয় শৰীৰৰ আন অংশবিলাক দুগুন কলুষিত হৈ পৰে। লাও-কোমোবাৰ দৰে বাহিৰখন চাফা হলেও ভিতৰত কেৱল বিহ থাকে। সাধুলোকে স্নান নকৰাকৈ আশীৰ্ব্বাদ লভে কিন্তু চোৰে শুচি হোৱাৰ পিচতো চোৰেই হৈ থাকে।

( শ্লোক, গু. না. ৰাগ চুহী, বৰ গু ৩ )

## উপবাস আৰু আহাৰ

পাৰিতোষ অৱস্থাত থকা মানুহে কৰ্ত্তাক সেৱা কৰে আৰু তেওঁতেই মন-প্ৰাণ সপি দিয়ে। তেওঁলোকে পাপক প্ৰশ্ৰয় নিদিয়ে ; যিটো ভাল আৰু পবিত্ৰ তাকহে কৰে। তেওঁলোকে সাংসাৰিক বন্ধন হেকৰায় আৰু পৰিমিত আহাৰ কৰে।

( আশা, গু. না. বৰ গৌৰী )

উপবাসে থকা মানুহে যেনেকৈ খোৱাৰ সোৱাদ নাপায় তেনেকৈ এজনক এৰি আন এজনক ভালপোৱা মানুহে প্ৰেমৰ সোৱাদ নাপাই বৰকৈ বেজাৰ কৰে।

( আশা, গু. না. বৰ, গু. না. )

শস্য, পানী, বায়ু, অগ্নি, লোন—এই সকলোবোৰ ভগবানৰ এক এক ৰূপ। শস্যৰ গুৰা এই বোৰৰ সহযোগত যি আহাৰ

তৈয়াৰ কৰা হয় সেই আহাৰৰ লগত যদি আমি ঘিউ মিহলাওঁ তেতিয়া সেই আহাৰ বেছি পবিত্ৰ হয়।

( আশা, গু. না. বৰ, শ্লোক গু. না. )

আমি যিবোৰ খাওঁ আৰু পিওঁ সেই সকলোবোৰেই খাটি বস্তু, কিয়নো এইবোৰ ভগবানৰেই আশীৰ্ব্বাদ স্বৰূপ।

( আশা, গু. না. বৰ )

যি খাদ্য খালে দেহত বিষ হয়, যি আনন্দ উপভোগ কৰিলে মনত পাপ ভাব জন্মে সেই খাদ্য, সেই আনন্দ মিছা।

( শ্ৰীৰাগ, গু. না. )

## নিৰ্ব্বাণ বা মুক্তি

তেওঁৰ ভোকো নাই, পিয়াহো নাই আৰু তেওঁৰ মন নিজে নিজেই সন্তুষ্ট হৈ সৰ্ব্ব-ব্যাপি ভগবানক সকলো অন্তৰতেই বিচাৰে। ( মৰু, গু. না. দক্ষী )

পদুম ফুল যেনেদৰে পানীৰ পৰা পৃথক হৈ থাকে, যেনেদৰে সোঁতত নিশ্চিন্ত মনেৰে হাঁহে উপঙি ফুৰে ঠিক তেনেদৰেই কোনো কোনো মানুহে পাৰ্থিব জ্বালা-যন্ত্ৰনাৰ পৰা আঁতৰি থাকি সংসাৰৰ সাগৰ পাৰ হৈ যায়। তেনে মানুহৰ মন গুৰুৰ কথাত নিৰ্লিপ্ত হৈ পৰে। তেনে মানুহে মনত এজন কৰ্ত্তাৰ প্ৰতিছবি আঁকি লয়, আশাৰ মাজত থাকিও আশা নকৰে। ( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

অৱতাৰী পুৰুষ চিৰদিনৰ বাবেই মুক্তি পায়। ( ইবিদ )

মানুহে কাম-ক্ৰোধ-লোভ-মোহ অতিক্ৰম কৰিলে সুবুজাও বুজিব পৰা হয়। নানকেও সেইদৰে বুজি উঠি নিজকেই মুক্ত কৰিব পাৰিলে। ( ইবিদ )

যিজনৰ নিজৰ বোলা ভাব নোহোৱা হয় আৰু গুৰুৰে কোৱা

কথাৰ প্ৰতি সদা-জাগ্ৰত হৈ থাকে তেনেলোকেই মুক্তি লাভ কৰে। (ইবিদ)

প্ৰকৃত গুৰুৰ লগত সাক্ষাৎ নহলে মানুহে মুক্তি নাপায়। (ইবিদ)

## মানৱ

মানৱ জন্ম গ্ৰহণতেই সাৰ্থকতা থাকিলেও যিসকলৰ মন-প্ৰাণ ভগবানৰ প্ৰতি উন্মুখ সেই সকলেহে এই সাৰ্থকতাত উপনীত হয়। (চুহী, গু. না. কাফী : ১ : ৩)

নানকে কয় : ঈশ্বৰৰ ইচ্ছাতে সকলো ঘটনা ঘটে, ইয়াত মানুহৰ হাত নাই। (শ্ৰীৰাগ, গু. না. অষ্টপদী ৩ : ৪)

সুন্দৰতাতেই ভগবান বিৰাজমান; মানুহৰ আত্মত এই সুন্দৰতা বিৰাজ কৰে। সৃষ্টিকৰ্ত্তা ভগবানে মানুহৰ আত্মাত ইয়াক প্ৰতিস্থাপন কৰিলে। (শ্ৰীৰাগ, গু. না. অষ্টপদী)

আমি ভগবানক সোঁৱৰো, আমাৰ দেহা তেওঁৰ মহিমাৰ প্ৰকাশ মাথোণ। (আশা, গু. না. বৰ পৌৰী ২)

আশ্চৰ্য্যজনক শব্দ, আশ্চৰ্য্যজনক জ্ঞান, আশ্চৰ্য্যজনক জীৱন, আশ্চৰ্য্যজনক ইয়াৰ স্থিতি। আশ্চৰ্য্যজনক আকাৰ, আশ্চৰ্য্যজনক বৰ্ণালী। আশ্চৰ্য্যজনক দিগম্বৰ প্ৰাণী। আশ্চৰ্য্যজনক বতাহ, আশ্চৰ্য্যজনক প্ৰাণী। আশ্চৰ্য্যজনক জুই যি জুয়ে বহুতো আচৰিত কাম কৰে। আশ্চৰ্য্যজনক পৃথিবী, আশ্চৰ্য্যজনক সৃষ্টি, আশ্চৰ্য্যজনক ৰুচি-অভিৰুচি যি অভিৰুচিয়ে জীৱনটোক প্ৰলোভিত কৰি লৈ ফুৰে। আশ্চৰ্য্যজনক মিলন, আশ্চৰ্য্যজনক বিভেদ। ক্ষুধা আশ্চৰ্য্যজনক। অভিজ্ঞতা আশ্চৰ্য্যজনক। প্ৰশংসা আশ্চৰ্য্যজনক, গুণানুকীৰ্ত্তন আশ্চৰ্য্য-

জনক। পথ আশ্চৰ্য্যজনক, বিপথ আশ্চৰ্য্যজনক। সান্নিধ্য আশ্চৰ্য্যজনক, দূৰত্ব আশ্চৰ্য্যজনক। বৰ্ত্তমান আশ্চৰ্য্যজনক। হে আচৰিত সৃষ্টিকৰ্ত্তা, আশ্চৰ্য্যবো আশ্চৰ্য্য দেখিমনেকি? যাৰ প্ৰকৃত লক্ষ্যস্থান আছে তেওঁহে এনে দৰ্শনৰ বিষয়ে জানিব পাৰিব। ( আশা, গু. না. বৰ শ্লোক গু. না. )

হে অজ্ঞজন, যেতিয়া ভগবানে বাহ্যিক সৌন্দৰ্য্যক ভাল নাপায় তেনেস্থলত তোমাৰ সেই সৌন্দৰ্য্যৰ পৰা লাভ কি?

( টিলাংগ, গু. না. ৪ )

যিটো শৰীৰ তোমাৰ লগতেই আছে সেই শৰীৰটোৱেও শেষত তোমাৰ লগ এৰে। তোমাৰ পিতা, মাতা, পুত্ৰ, পৰিবাৰ যি সকলক তুমি ভালপোৱা সেইসকলে তোমাৰ দেহৰ পৰা আত্মা আতৰি গলেই তোমাক অগ্নি-দাহ কৰে।

( টিলাংগ, গু. না. ২ )

শৰীৰটো গছৰ দৰে, মন সেই গছৰ কুঁহি আৰু পঞ্চ ইন্দ্ৰিয় হ'ল অন্যান্য কুঁহি। যিলোকৰ এই শৰীৰ, মন আৰু ইন্দ্ৰিয় ভগবানত লীন হৈ ভগবানৰেই শুভাশীষ লাভ কৰে, তেনেলোকে ফান্দত নপৰে। কিন্তু যিলোকৰ মন-পাখী লালসাৰ প্ৰতি উধাও হয় সেই মনপখীৰ পাখিত জেঁাট লাগে আৰু পাপত লিপ্ত হয়। ( ৰামকালী, গু. না. দক্ষী ওঁঙ্কাৰ )

মানৱ দেহ এমুঠি ধূলি বিশেষ, বালিৰ এক ভূৱা অবয়ৱ। তেনেস্থলত ভগবানৰ নাম স্মৰণ নকৰাকৈ সেই মানৱে বিশেষ গুণাৱলী অৰ্জ্জন কৰিব নোৱাৰে। ( মৰু, গু. না. ১১ )

## স্থিৰতা

ৰাজহংসই পুখুৰী নেৰাৰ দৰে সাধুলোকেও অমৃতৰ পুখুৰী

পৰিত্যাগ নকৰে আনহাতে দয়া আৰু মৰনৰ জৰিয়তে স্থিৰ অৱস্থাত উপনীত হয়। ( ধনশ্ৰী, গু. না. অষ্টপদী ৮ )

ঈশ্বৰ-সজাগ পুৰুষ স্থিৰ অৱস্থাত থাকি কায়ো-মনো-বাক্যেৰে ঈশ্বৰৰ ধ্যান-ধাৰণাতেই নিমগ্ন হৈ থাকে।

( ধনশ্ৰী, গু. না. অষ্টপদী ৮ )

স্থিৰ অবস্থাত থাকি ভগবানৰ সাক্ষাৎলাভ কৰিলেহে প্ৰকৃততে তেওঁক লগ কৰা হয়। আৰু তাৰপিচত তেনে সাক্ষাৎ কৰালোকৰ মৃত্যু নাই নতুবা পুনৰ জন্ম গ্ৰহণ নকৰে। কৰ্ত্তাতেই দাস, দাসতেই কৰ্ত্তা থাকে।

( ধনশ্ৰী, গু. না. অষ্টপদী ২ )

গুৰুৰ বাণীমতে চলিলেই মানুহে স্থিৰ অৱস্থাত উপনীত হয় আৰু সেই স্থিৰতাৰ জৰিয়তেই সনাতন ভগবানৰ আশীৰ্ব্বাদ লাভ কৰে। তাৰপিচত তেনে মানুহে পথহাৰা নহয়; তাৰ পোহৰ বিচৰামতেই পায়।

( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী ১৩ )

একান্ত ধ্যানত মন প্ৰবৃত্ত হলে সেই মনৰ পাখীয়ে আৰু উৰানামাৰে নতুবা সময়ে প্ৰবঞ্চনা নকৰে।

( ৰামকালী, গু. না. সিদ্ধ গোষ্ঠী )

## মায়া

ভগবানৰ নাম লবলৈ বাদ দি যিজনে মায়াৰ ৰাগীত মতলীয়া হৈ থাকে তেনেলোকে কেতিয়াও শান্তি নাপায়। গুৰুৰ ভক্তিৰ পৰাহে এই শান্তি আহে। তেনে মতলীয়া লোক কুকুৰ, মেকুৰী, গাহৰী, গাধৰ দৰে, তেনেলোক চণ্ডালৰ দৰে, অস্পৃশ্যৰ দৰে। ( বিলাৱাল, গু. না. ২ )

মায়াতেই কিবা শেষ হয় নে মনেই ক্ষান্ত হয় ; বৰং কামনাৰ সাগৰ ধোঁৱে উপচি পৰে, যেন সুৰাপান কৰি মন মতলীয়া হৈ পৰে। কিন্তু সত্যত চলা ( দেহৰ ) নাও খাওঁ খাওঁ মুক্তিৰ সাগৰত জাহ নাযায় ; ধীৰভাবে সাগৰ পাৰ হৈ যায়।

( মৰু, গু. না. ৯ )

সোণ-ৰূপ-এইবোৰ মাত্ৰ মায়া, এদিন এইবোৰ ধূলিৰ লগত মিহলি হৈ পৰে। ( মৰু, গু. না. ৫ )

মায়াৰ পূজাৰীয়ে চৌৰাশী লাখ মানুহৰ নৰক পাৰ হৈ যায়; কিন্তু নিজ কৰ্ম্মফল অনুসৰিহে সেই নৰক ভোগ কৰে।

( মৰ, গু. না. ৮ )

মায়াৰ পূজাৰীয়ে ছলনাৰ পিচে পিচে দৌৰি ফুৰে।

( মেৰু, গু. না. ৯ )

মায়াই মানুহক যেতিয়া আগুৰি ধৰে, সেই মায়াৰ আৱেষ্টনীৰ পৰা ওলাই অহাটো কঠিন কাম। প্ৰকৃত গুৰুৱেহে তেনে মানুহৰ মনত ভগৱানৰ নাম স্মৰণ কৰোৱাই মায়াৰ পৰা ৰক্ষা কৰিব পাৰে। ( প্ৰভাতী, গু. না. )

## কৰ্ম্ম, মুকলি চিন্তা আৰু কৃপা

মানুহৰ বোধশক্তি অনুক্ৰমেই পথৰ স্থিতি।

( শ্ৰীৰাগ, গু. না ১ : ৩০ )

তোমাৰ কৃপাই হল মোৰ পৰিয়ালৰ সম্বল।

( শ্ৰীৰাগ, গু. না. ৪ : ৭ )

যেতিয়া আমাৰ দেহ সত্যৰে উথলি উঠে তেতিয়া ভগবানৰ কৃপা লাভ কৰে। ( শ্ৰীৰাগ, গু. না. ৪ : ১৫ )

নানক : কৰ্ত্তাই ইচ্ছা কৰিলে কাউৰীকো ৰাজহংস কৰে।

( শ্ৰীৰাগ, বৰ শ্লোক গু. না. )

সেই দানৰ সাৰ্থকতা কি যি দানক আমি যেতিয়া নিজৰ চেষ্টাৰ বলতেই পাওঁ ? নানক : দয়া পৰৱশ হৈ ভগবানে আমাক যি আশীৰ্ব্বাদ দিয়ে সেয়াহে আচল আশীৰ্ব্বাদ ।

( আশা, গু. না. বৰ শ্লোক ৩২ )

হে প্ৰভু, তোমাৰ নিজৰ সন্তানক কেনেকৈ খং কৰিবা ! তুমি যেনেদৰে সিহঁতৰ, সিহঁতো তোমাৰেই ।

( শ্ৰীৰাগ, গু. না. )

মানুহে ভালেই বা বেয়াই কৰক তাৰ সমূচিত পুৰস্কাৰ পাবই । ( বৰ, আশা. গু. না. )

হে বন্ধু, আমাৰ ওপৰত ভগৱানৰ যি হুকুমনামা আছে তাক মচিব নোৱাৰি । ( ৰামকালী, গু. না. )

মনটো যেন এখিলা কাগজ,যি কাগজত আমাৰ ভাল-বেয়া কামবিলাক চিয়াহীৰে লিখা থাকে । এই লিখনিয়ে অতীতৰ কথাকেই কয় । কিন্তু ভগৱানৰ মহিমা অসীম......তেওঁৰ মহিমাৰ বলতেই গেদনি সোনলৈ পৰিৱৰ্তন হয় । এই ভগৱানক আমি লগ পাওঁ গুৰুৰ সাক্ষাৎৰ যোগেদিহে । গুৰুৰ আশীৰ্ব্বাদতেই আমাৰ দেহৰ অগ্নিও নিৰ্ব্বাপিত হয় ।

( মৰু, গু. না. )

## আত্মা আৰু পৰমাত্মা

কৃষ দেৱতাৰো দেৱতা হব পাৰে, কিন্তু মানৱ আত্মা সেই দেৱতাৰো উৰ্দ্ধত । ( আশা, গু. না. বৰ শ্লোক গু. ২ )

নিজক আপোন ভাবৰ মাজত এৰি দিলে মন উন্মত্ত হয় আৰু তাৰপিচত দেহা ছাই হলে আত্মা আঁতৰি যায় ।

( আশা, গু. না. বৰ গৌৰী ৫ )

ভগবান আত্মাত অৱস্থান কৰাৰ আগতে এই আত্মাই বহুত জন্মগ্ৰহণ কৰিলে। ( আশা, গু. না. বৰ গৌৰী ৪ )

পবিত্ৰ শৰীৰৰ পবিত্ৰ আত্মাতহে ভগবান বিৰাজমান হয়। তেওঁৰ নাম স্মৰণ কৰিলেই সকলো দুখ-কষ্ট দূৰ হয় আৰু সেইদেখি তেনে মানুহে পুনৰ কষ্ট নুভূগে। ( মৰু, গু. না. ১৪ )

শৰীৰ আৰু আত্মাৰ মাজত ওতঃপ্ৰোতঃ সমন্ধ। পুৰুষ-আত্মা যোগীৰ নিচিনা, শৰীৰ সুন্দৰী তিৰোতাৰ দৰে। আত্মাই শৰীৰত আনন্দ উপভোগ কৰি দেহক নোকোৱাকৈ আতৰি যায়। ( মৰু, গু. না. ৮ )

ভগবান আত্মাত বাস কৰে ; আত্মা ভগবানতেই থাকে। ( ভাইৰো, গু. না. )

একক বোধশক্তিৰ মৃত্যু হয়, মৃত্যু হয় মানুহৰ সংগ্ৰামৰ, মৃত্যু হয় আত্ম-অহঙ্কাৰৰ, কিন্তু মৃত্যু নহয় আত্মাৰ। ( গৌৰী, গু. না. )

পানীৰ টোপালেই সাগৰ, সাগৰেই পানীৰ টোপাল। ( ৰামকালী, গু. না. )

## প্ৰকৃত যোগ

কোন পথ অৱলম্বন কৰিব লাগে জনাজনেই হল যোগী। ( ধনশ্ৰী, গু. না. ৭ )

তালিমৰা বসন পৰিধান কৰিলৈ কিম্বা যোগীৰ মাজত থাকিলে কিম্বা গাত এসোপা ভস্ম সানি ললেই যোগাভ্যাস কৰা নুবুজায়। কানত কাণ-ফুল পিন্ধিলে, কিম্বা মূৰৰ চুলি খুৰালে কিম্বা শিঙা বজালেও যোগাভ্যাস নহয়। ভোগ-বিলাস আদিৰ মাজত থাকিও যি সেইবোৰৰ পৰা আতৰি থাকে

তেওঁহে প্ৰকৃত যোগীৰ অৱস্থাত উপনীত হয়। মাথোন কথাতেই যোগী হৈ নাযায়। সৃষ্টিৰ সকলো প্ৰাণীকেই সমান চকুৰে চালেহে প্ৰকৃত যোগী বুলি কব পাৰি। সমাধিস্থ অৱস্থাত কিম্বা গভীৰ ধ্যানত মগ্ন হলেও যোগৰ প্ৰকৃত অৱস্থা পোৱা নাযায়। পৃথিবী ভ্ৰমি ফুৰিলে কিম্বা তীৰ্থস্থান বিলাকত স্নান কৰিলেই যোগাভ্যাস কৰা নহয়। ভোগ-বিলাস আদিৰ মাজত থাকিও যি সেইবোৰৰ পৰা আতৰি থাকে তেওঁহে যোগৰ প্ৰকৃত অৱস্থাত উপনীত হয়। ( চুহী, গু. না. ৮ )

নানকে কয়ঃ সক্ৰিয় হৈও তুমি তোমাৰ ইন্দ্ৰিয়ক ৰিপুৰ ক্ষেত্ৰত নিষ্ক্ৰিয় কৰা। এনে যোগাভ্যাস কৰা যাতে শিঙা বজালেও বাজি উঠে আৰু এনে অভ্যাসৰ দ্বাৰা যাতে তুমি নিৰ্ভয় অৱস্থাত উপনীত হব পাৰা। ভোগ-বিলাস আদিৰ মাজত থাকিও যি সেইবোৰৰ পৰা আতৰি থাকে তেওঁহে যোগৰ প্ৰকৃত অৱস্থাত উপনীত হয়। ( চুহী, গু. না. ৮ )

## প্ৰাৰ্থনা

হে প্ৰভু, মোৰ কোনো গুণেই, নাই তেনেস্থলত তোমাৰ ওচৰ কেনেকৈ পাম? সৌন্দৰ্য্য কিম্বা এহাল ভঞ্জন চকুৰ মই গৰাকী নহয়; মোৰ শিক্ষা নাই, পৰিয়াল নাই; মৌ সনা কথা মই কব নাজানো। মোৰ বুদ্ধি-বৃত্তি নাই; মই অজ্ঞানী। হে প্ৰভু, মোক আশীৰ্ব্বাদ দিয়া যাতে মই তোমাৰ চৰণ স্পৰ্শ কৰিব পাৰো। মোৰ তীক্ষ্ণতাৰ সাৰ্থকতা কত যদিহে তুমি মোক ভাল নোপোৱা? মোৰ তীক্ষ্ণতাৰ সাৰ্থকতা ক'ত যদিহে মায়াত আবদ্ধ হৈ মোৰ মন সন্দেহাচ্ছন্ন হয়? মোৰ দম্ভ আতৰিলেহে তোমাত লীন হব পাৰিম

আৰু তোমাৰ ভক্ত হৈ পৰিম, তোমাৰ ভক্ত হলে তুমি পৃথিবীৰ নব-ৰত্নেৰে আশীৰ্ব্বাদ কৰিবা। জন্মৰ পিচত জন্ম ধৰিও তোমাৰ ওচৰ পাবগৈ পৰা নাই আৰু সেয়ে মোৰ মনত দুখ। এতিয়া তুমি মোক হাত পাতি লোৱা হে দয়ালু ভগবান, হে অধীশ্বৰ ! (চুহী, গু. না. অষ্টপদী)

হে ঈশ্বৰ, সোন-ৰূপ, মণি-মুকুতা এইবোৰ ভাল লগা বস্তু, এইবোৰ তোমাৰেই দান ; এইবোৰক ভাল পাওঁ অথচ তোমাক ভাল নাপাওঁ। ইটা আৰু ৰত্নখচিত পাথৰেৰে তৈয়াৰী অট্টালিকাই মোক তাৰ জাক-জমক শোভাৰে মুহি পেলায় অথচ মোৰ মন মোৰ নিজৰ প্ৰেমতে উদ্বুদ্ধ নহয়। মোৰ মূৰৰ আকাশত বযসৰ চাতক চৰাইৰ চিঁচিঁয়ানি ; পকা চুলিৰ মৃগ পহু তালৈ নামি আহিছে। আচল ঘৰলৈ যাবলৈ মই সাজু আছো, হে প্ৰভু, তোমাৰ সম্মুখীন মই এতিয়া কেনেকে হম ? শুই থাকোতেই (জীৱনৰ) নিশাটো পাৰ হৈ (মৃত্যুৰ) পোহৰ হল। সেই অৱস্থাতেই পথ-হাৰা হৈ মই তোমাৰ পৰা আঁতৰি পৰিলো। এতিয়া মোৰ দুখ বেজাৰেই একমাত্ৰ আশ্ৰয়স্থল যেন হৈ পৰিছে। তুমি সকলো গুণৰ অধিকাৰী ; মোৰ গুণ নাই। "এইবোৰ ৰজনীত তোমাৰ সঙ্গ দি তুমি সকলো ভক্তক আশীৰ্ব্বাদ দিছা, তেনে এটা ৰজনী মোৰ কাৰণেও জানো নাই প্ৰভু !"—এয়াই হ'ল তোমালৈ নানকৰ একমাত্ৰ প্ৰাৰ্থনা। (চুহী, গু. না. কুচাজী)

তুমি মোৰ লগত থাকিলে মই সকলো পাম। হে প্ৰভু, তুমি মোৰ কৰ্ত্তা; মূল উৎস হোৱা ! যেতিয়া তুমি মোৰ আত্মাত থাকিবা তেতিয়া শান্তিত থাকিম ; তুমি মোৰ ওচৰলৈ আহিলে মই সঁচাকৈয়ে আশীষ লাভ কৰিম। তোমাৰ ইচ্ছা হলে তুমি মোক ৰজা কিম্বা বিষয় মুখৰ পৰা বিছিন্ন কৰি ভিক্ষাৰীও কৰিব পাৰা। তোমাৰ ইচ্ছা হলে সমুদ্ৰৰ (অন্তৰৰ) ঢৌ

আকাশ পৰ্য্যন্ত উঠিব পাৰে। তোমাৰ ইচ্ছাতেই মানুহে সংসাৰ-সমুদ্ৰ পাৰ হয়; তোমাৰ ইচ্ছাতেই এই সমুদ্ৰৰ মাজ-সোঁতত আমাৰ বোজা ডুব যায়। তোমাৰ ইচ্ছানুক্ৰমেই তোমাক এজন সম্মোহন ব্যক্তি যেন লাগে। তোমাৰ সেই ৰূপৰ প্ৰশংসা কৰো হে পুণ্যৰ আধাৰ! তোমাৰ ইচ্ছাতেই মোৰ এই চলমান গতি তেতিয়া তোমাক ভয়ঙ্কৰ যেন লাগে। হে প্ৰভু, তুমি মহিমাময়, তুমি অতুলনীয়, সেয়ে নিজকে তোমাতেই মই সমৰ্পণ কৰিছো। মোৰ সুধিবলগীয়া বা কবলগীয়া আৰু একো নাই মাত্ৰ তোমাক পাবলৈয়ে মই উদ্বাউল। (চুহী, গু. না. চাছাজী)

# বাষ্ট্ৰীয় জীৱন-চৰিতমালা
## সিৰিজৰ পুস্তকাবলী

| | | বেচ |
|---|---|---|
| ১। | **গুৰু গোবিন্দ সিং** (তৃতীয় সংস্কৰণ) —ডক্টৰ গোপাল সিং | ২·৫০ |
| ২। | **গুৰু নানক** (২য় সংস্কৰণ)—ডক্টৰ গোপাল সিং | ২·২৫ |
| ৩। | **কবীৰ**—ডক্টৰ পাৰসনাথ তিৱাৰী | ১·৭৫ |
| ৪। | **ৰহিম**—ডক্টৰ সমৰ বাহাদুৰ সিং | ২·০০ |
| ৫। | **মহাৰাণা প্ৰতাপ** (হিন্দি)—শ্ৰী আৰ. এস. ভাট | ১·৭৫ |
| ৬। | **অহল্যাবাঈ** (হিন্দি)—শ্ৰী হীৰালাল শৰ্ম্মা | ১·৭৫ |
| ৭। | **ত্যাগৰাজ**—অধ্যাপক পি. শাম্বমূৰ্তি | ২·০০ |
| ৮। | **পণ্ডিত ভাটখণ্ডে**—ডক্টৰ এস. এন. ৰতনজানকৰ | ১·২৫ |
| ৯। | **পণ্ডিত বিষ্ণু দিগম্বৰ**—শ্ৰী এ. আৰ. আতাভালে | ১·২৫ |
| ১০। | **শঙ্কৰদেৱ**—ডক্টৰ মহেশ্বৰ নিয়োগ | ২·০০ |
| ১১। | **ৰাণী লক্ষ্মীবাঈ**—শ্ৰী বৃন্দাবন লাল বৰ্ম্মা | ১·৭৫ |
| ১২। | **সুব্ৰহ্মানীয়া ভাৰতী**—ডক্টৰ (মিচেচ) প্ৰেমা নন্দকুমাৰ | ২·২৫ |
| ১৩। | **হৰ্ষ**—শ্ৰী ভি. ডি. গঙ্গাল | ১·৭৫ |
| ১৪। | **সমুদ্ৰগুপ্ত** (হিন্দি)—ডক্টৰ লল্লনজী গোপাল | ১·২৫ |
| ১৫। | **চন্দ্ৰগুপ্ত মৌৰ্য** (হিন্দি)—ডক্টৰ লল্লনজী গোপাল | ১ ৫০ |
| ১৬। | **কাজী নজৰুল ইসলাম**—শ্ৰী বসুধা চক্ৰবৰ্ত্তী | ২·০০ |
| ১৭। | **শঙ্কৰাচাৰ্য**—অধ্যাপক টি. এম. পি. মহাদেৱন | ২·০০ |
| ১৮। | **আমীৰ খসৰু**—শ্ৰী সৈয়দ গোলাম ছামনানী | ১·৭৫ |
| ১৯। | **লালা লাজপত**—ডক্টৰ ৱাই. এন. দেওধৰ | ১·৭৫ |
| ২০। | **ৰঞ্জিত সিং**—ডক্টৰ ডি. আৰ. সুদ | ২·০০ |

# ভাৰতবৰ্ষ—দেশ ও তাৰ অধিবাসীৰ ৰচনাৱলী

## ৰচনাধীন পুস্তক

### কৃষি

১। খাদ্যশস্য — ডঃ এম, এস, স্বামীনাথন, ডিৰেক্টৰ, ইণ্ডিয়ান এগ্রিকালচাৰাল ৰিসাৰ্চ ইনষ্টিটিউট, নতুন দিল্লী।

২। ফল — প্ৰফেচাৰ ৰঞ্জিৎ সিং, হৰটিকালচাৰ বিভাগ, ইণ্ডিয়ান এগ্রিকালচাৰাল ৰিসাৰ্চ ইনষ্টিটিউট, নতুন দিল্লী।

৩। শাকপাচলী — ডঃ বি, চৌধুৰী, হৰটিকালচাৰেৰ প্ৰফেচাৰ, হৰটিকালচাৰ বিভাগ, ইণ্ডিয়ান এগ্রিকালচাৰাল ৰিসাৰ্চ ইনষ্টিটিউট, নতুন দিল্লী।

৪। ফসল অনিষ্টকাৰী কীটপতঙ্গ — ডঃ এস, প্ৰধান, কীটতত্ত্ব বিভাগৰ প্ৰধান, ইণ্ডিয়ান এগ্রিকালচাৰাল ৰিসাৰ্চ ইনষ্টিটিউট, নতুন দিল্লী।

৫। উদ্ভিদ-ৰোগ — ডঃ আৰ, এস, মাথুৰ, উত্তৰ প্ৰদেশ চৰকাৰৰ উদ্ভিদ ৰোগবিদ্যা বিশাৰদ, কানপুৰ।

## প্ৰত্নতত্ত্ব

| | | |
|---|---|---|
| ৬। | ভাৰতৰ প্ৰত্নতত্ত্বৰ ইতিকথা | ডঃ ৱাই, ডি, শৰ্ম্মা,<br>সুপাৰিণ্টেন্‌ডেন্ট, প্ৰত্নতত্ত্ব বিভাগ,<br>আগ্ৰা, উত্তৰ বিভাগ। |

## উদ্ভিদবিদ্যা

| | | |
|---|---|---|
| ৭। | ফুল ও বাগান | ডঃ বিষ্ণু স্বৰূপ,<br>হৰটিকালচাৰ বিভাগ, ইণ্ডিয়ান<br>এগ্ৰিকালচাৰাল ৰিসাৰ্চ ইনষ্টিটিউট,<br>নতুন দিল্লী। |

## সংস্কৃতি

| | | |
|---|---|---|
| ৮। | ভাৰতবৰ্ষৰ মন্দিৰ | শ্ৰী কে, আৰ, শ্ৰীনিবাসন,<br>ডেপুটি ডিৰেক্টৰ জেনাৰেল,<br>ভাৰতবৰ্ষৰ প্ৰত্নতাত্ত্বিক সমীক্ষা,<br>নতুন দিল্লী।<br>ও<br>শ্ৰীকৃষ্ণ দেব,<br>ভাৰতবৰ্ষৰ প্ৰত্নতাত্ত্বিক সমীক্ষা,<br>দক্ষিণ বিভাগ, মাদ্ৰাজ। |
| ৯। | সঙ্গীত | ঠাকুৰ জয়দেব সিং,<br>ভূতপূৰ্ব্ব প্ৰধান প্ৰযোজক (সঙ্গীত)<br>এ, আই, আৰ, নতুন দিল্লী। |
| ১০। | নৃত্য | শ্ৰীমোহন খোকাৰ,<br>স্পেশাল অফিচাৰ ( নৃত্য )<br>সঙ্গীত নাটক আকাদেমী,<br>নতুন দিল্লী। |

| | | |
|---|---|---|
| ১১। | ভাৰতৰ পোচাক পৰিচ্ছদ | ডঃ মতি চন্দ্ৰ, ডিৰেক্টৰ, পশ্চিম ভাৰতৰ প্ৰিন্স অফ্ ওয়েল্চ যাদুঘৰ, বম্বে। |
| ১২। | ভাৰতৰ চিত্ৰকলা | ঐ ঐ |
| ১৩। | ভাৰতৰ মুদ্ৰা | ডঃ পৰমেশ্বৰী লাল গুপ্ত, পাটনা যাদুঘৰ, পাটনা। |
| ১৪। | অন্ধ্ৰপ্ৰদেশৰ সংস্কৃতি | শ্ৰী এ, এস, ৰামন্, সম্পাদক, ইলাস্ট্ৰেটেড উইকলি অফ্ ইণ্ডিয়া, বম্বে। |
| ১৫। | ভাৰতৰ সংস্কৃতি | প্ৰফেচাৰ বাসুদেও শৰণ আগৰৱালা, ভাৰততত্ত্ব বিভাগৰ প্ৰধান, বেনাৰস হিন্দু বিশ্ববিদ্যালয়, বাৰানসী। |
| ১৬। | ভাৰতৰ ঐতিহাসিক ভৌগোলিক বিবৰণ | ঐ ঐ |
| ১৭। | উৰ্দু সাহিত্য | শ্ৰীগোপীনাথ আমন, চেয়াৰম্যান, পাব্লিক ৰিলেচান্চ্ কমিটি, দিল্লী এ্যাড্মিনিষ্ট্ৰেচন, দিল্লী। |

**ভূগোল**

| | | |
|---|---|---|
| ১৮। | ভাৰতৰ মানচিত্ৰাবলী | ডঃ এচ, পি, চাটাৰ্জ্জী, ডিৰেক্টৰ, জাতীয় মানচিত্ৰ সংস্থা, কলিকতা। |

| | | |
|---|---|---|
| ১৯। | ভাৰতবৰ্ষৰ প্ৰাকৃতিক ভূগোল | প্ৰফেচাৰ পিটুচমুথু, ভূতত্ব বিভাগৰ প্ৰধান, বাঙ্গালোৰ বিশ্ববিদ্যালয়, বাঙ্গালোৰ-১। |
| ২০। | ভাৰতৰ নদনদী | মিচেচ্ আৰ, শ্ৰীনিবাচ, হিউম্যান জিওগ্ৰাফি বিভাগ, দিল্লী বিশ্ববিদ্যালয়, দিল্লী। |
| ২১। | ভাৰতবৰ্ষৰ অৰ্থনৈতিক ভূগোল | প্ৰফেচৰ ভি, এস. গণনাথন্, ভূগোলৰ প্ৰফেচাৰ ও বিভাগীয় প্ৰধান, পুণা বিশ্ববিদ্যালয়, পুণা। |
| ২২। | হিমালয়ৰ ভৌগোলিক বিবৰণ | ডঃ আৰ, এল, সিং, ভূগোলৰ প্ৰফেচাৰ ও বিভাগীয় প্ৰধান, বেনাৰস হিন্দু বিশ্ববিদ্যালয়, বাৰাণসী-৫। |
| ২৩। | অন্ধ্ৰপ্ৰদেশৰ ভূগোল | ডঃ শাহ্ মঞ্জুৰ আলম, ডিৰেক্টৰ, হায়দ্ৰাবাদ মেট্ৰোপলিটান পৰিকল্পনা, ওসমানিয়া বিশ্ববিদ্যালয়, হায়দ্ৰাবাদ। |
| ২৪। | বিহাৰৰ ভূগোল | ডঃ পি, দয়াল, ভূগোল বিভাগৰ প্ৰধান, পাটনা বিশ্ববিদ্যালয়, পাটনা। |
| ২৫। | দিল্লীৰ ভূগোল | ডঃ এম, পি, ঠাকুৰ, ভূগোল বিভাগৰ প্ৰধান, কে, এম, কলেজ, দিল্লী বিশ্ববিদ্যালয়, দিল্লী। |

| | |
|---|---|
| ২৬। গুজৰাটৰ ভূগোল | প্ৰফেচাৰ (শ্ৰীমতি) ভি, এ, জানকি, ভূগোল বিভাগৰ প্ৰধান, বৰোদা বিশ্ববিদ্যালয়, বৰোদা। |
| ২৭। মাদ্ৰাজৰ ভূগোল | ডঃ ( মিচ্‌ ) ইৰৱাথি, প্ৰিন্সিপাল, কুইন মেৰীচ্‌ কলেজ মাদ্ৰাজ। |
| ২৮। মধ্যপ্ৰদেশৰ ভূগোল | ডঃ কে, এন, ভাৰ্মা, ভূগোলৰ প্ৰফেচাৰ ও বিভাগীয় প্ৰধান, গভৰ্ণমেণ্ট টি, আৰ, এস, কলেজ, ৰেওৱা, মধ্যপ্ৰদেশ। |
| ২৯। মহাৰাষ্ট্ৰৰ ভূগোল | ডঃ চি, ডি, দেশপাণ্ডে, শিক্ষা বিভাগৰ ডিৰেক্টৰ, মহাৰাষ্ট্ৰ চৰকাৰ, পুণা-১। |
| ৩০। মহীশূৰৰ ভূগোল | ডঃ এল, এচ, ভাট, প্ৰফেচাৰ, ইণ্ডিয়ান ষ্ট্যাটিষ্টিকাল ইনষ্টিটিউট ( ৰিজিওনাল সাৰ্ভে ইউ-নিট ), যোজনা ভবন, নতুন দিল্লী। |
| ৩১। পাঞ্জাবৰ ভূগোল | ডঃ ও, পি, ভৰদ্বাজ, প্ৰিন্সিপাল, গভৰ্ণমেণ্ট কলেজ, লুধিয়ানা, পাঞ্জাব। |
| ৩২। পশ্চিমবঙ্গৰ ভূগোল | প্ৰফেচাৰ এচ, চি, ৰোচ, ভূগোল বিভাগ, গোৰক্ষপুৰ বিশ্ববিদ্যালয়, গোৰক্ষপুৰ. ( উত্তৰ প্ৰদেশ)। |

| | | |
|---|---|---|
| ৩৩। | উত্তৰ প্ৰদেশৰ ভূগোল | ডঃ এ, আৰ, তিৱাৰী, ভূগোল বিভাগৰ প্ৰধান, চেণ্ট জন্‌চ কলেজ, আগ্ৰা। |

**ভূতত্ত্ব**

| | | |
|---|---|---|
| ৩৪। | ভাৰতৰ ভূতত্ত্ব | ডঃ এ, কে, দে, চিনিয়ৰ স্পেচালিষ্ট (খনিজ সম্পদ), পৰিকল্পনা কমিচন, নতুন দিল্লী। |
| ৩৫। | ভাৰতত গণতন্ত্ৰ | প্ৰফেচাৰ ভি, কে, এন, মেনন, ইণ্ডিয়ান ইন্‌ষ্টিটিউট অফ্‌ পাব্‌লিক এ্যাড্‌মিনিষ্ট্ৰেশনৰ ভূতপূৰ্ব্ব ডিৰেক্টৰ, নতুন দিল্লী। |
| ৩৬। | ভাৰতৰ ভাষাসমূহৰ ইতিকথা | (জেন, এড,) ডঃ এচ, এম, কাত্ৰে, ডিৰেক্টৰ, ডেকান কলেজ অফ্‌ পোষ্ট গ্ৰ্যাজুয়েট ও ৰিসাৰ্চ ইন্‌ষ্টিটিউট, পুণা-৬। |
| ৩৭। | সমাজ ব্যৱস্থা | ডঃ এম, এম, শ্ৰীনিবাচ, সমাজবিদ্যা বিভাগ, দিল্লী বিশ্ব-বিদ্যালয়, দিল্লী। |
| ৩৮। | জনসংখ্যা | ডঃ এস, এন, আগৰৱালা, ইন্‌ষ্টিটিউট অফ্‌ ইকনমিক গ্ৰোথ, ইউনিভাৰ্সিটি এন্‌ক্লেভ, দিল্লী-৭। |

**প্ৰাণী-বিদ্যা**

| | | |
|---|---|---|
| ৩৯। | মাছ | ডঃ ( মিচ্‌ ) এম, চণ্ডী, প্ৰিন্সিপাল, মিৰাণ্ডা হাউচ, দিল্লী বিশ্ববিদ্যালয়, দিল্লী। |

| | | |
|---|---|---|
| ৪০ । | কীট-পতঙ্গ | ডঃ এম, এল, ৰুনয়াল,<br>প্ৰাণীবিদ্যা বিভাগৰ প্ৰফেচাৰ ও<br>বিভাগীয় প্ৰধান, যোধপুৰ বিশ্ব-<br>বিদ্যালয়, যোধপুৰ । |
| ৪১ । | ভাৰতৰ স্তন্যপায়ী প্ৰাণী | ডঃ বি, বিশ্বাস,<br>চুপাৰিণ্টেণ্ডিং জুলজিষ্ট, জুলজিকাল<br>চাৰ্ভে অফ্ ইণ্ডিয়া, কলিকতা<br>ও<br>শ্ৰী এইচ খাজুৰিয়া,<br>চুপাৰিণ্টেণ্ডিং জুলজিষ্ট, জুলজিকাল<br>চাৰ্ভে অফ্ ইণ্ডিয়া, কলিকতা । |